āddār xonāli xapon

A collection of essayes in Assamese
by Hridayananda Mahanta & published
by G C Nath, on behalf of AANK-BAAK
3/Bye lane No. 5, Natun Saraniya, Gandhibasti,
Guwahati-781 003, Assam, Phone : +91 98641 22631
e-mail : aankbaak@yahoo.com, gcnath31@gmail.com

---

প্ৰথম প্ৰকাশ ঃ ১১ নৱেম্বৰ, ২০০৮

দ্বিতীয় মুদ্ৰণ ঃ ১৫ ছেপ্টেম্বৰ, ২০০৯

গ্ৰন্থস্বত্ব ঃ লেখক

অংগসজ্জা ঃ পংকজ পৰাণ

প্ৰচ্ছদ ঃ ধ্ৰুৱ বাতা

আঁক-বাক, ৩/ উপ-পথ নং ৫, নতুন শৰণীয়া, গান্ধীবস্তি,
গুৱাহাটী-৭৮১ ০০৩ৰ হৈ গণেশ চন্দ্ৰ নাথৰ দ্বাৰা প্ৰকাশিত
আৰু এক্সপ'জাৰ, চানমাৰি, গুৱাহাটীত মুদ্ৰিত।

দাম ঃ আশী টকা



## উচৰ্গা

মা-দেউতা,
কাঞ্চন আৰু ঋষিৰ হাতত—



# কৃতজ্ঞতা

হৰেন সোণোৱাল, আদিত্য শইকীয়া আৰু ডিব্ৰুগড়ৰ দৈনিক প্ৰতিক্ষণগোষ্ঠী— যাৰ অহৰহ তাগিদা আৰু আব্দাৰ অবিহনে অনুভৱবোৰ মনৰ ভিতৰতে উকমুকাই থাকিলহেঁতেন।

লেখাবোৰ বিভিন্ন কাকত, আলোচনীত প্ৰকাশ হোৱাৰ পাছত বিভিন্ন মন্তব্যৰে উৎসাহিত কৰা বন্ধু-বান্ধৱ আৰু শুভাকাংক্ষীসকল।

সংকলনৰ ৰূপত লেখাবোৰ পাঠক সমাজলৈ উলিয়াই দিয়া প্ৰকাশনগোষ্ঠী, প্ৰয়োজনীয় দিহা-পৰামৰ্শৰে সহায় কৰা সুলেখক দিগন্ত ওজাৰ লগতে

লেখাখিনি পঢ়ি একলম লিখি অনুপ্ৰেৰণা যোগোৱা ড° নগেন শইকীয়া ছাৰলৈ ...



# বাটচ'ৰা

কাকতে-পত্ৰই হৃদয়ানন্দ মহন্তৰ কিছু লেখা প্ৰকাশিত হৈ আহিছে। এই লেখাবিলাকৰ বিষয়বস্তু হ'ল মুখ্যতঃ আৰ্থ-সামাজিক প্ৰকৃতিৰ। অৱশ্যে তাৰ লগত স্বাভাৱিকভাৱেই মানুহৰ নৈতিক আৰু চাৰিত্ৰিক দোষ-গুণ জড়িত হৈ আছে। কোনো কোনো ক্ষেত্ৰত মানবীয় সমস্যা একোটিকো নিজস্ব দৃষ্টিভংগীৰে লেখকে বিচাৰ কৰাৰ যত্ন কৰিছে। আমাৰ সমাজ-জীৱনত ঘটি থকা সৰু সৰু যিবোৰ বিষয়ে সমস্যা সৃষ্টি কৰি আহিছে, তেনে সমস্যাবোৰৰ ওপৰত লেখকে পোহৰ পেলাবলৈ যত্ন কৰিছে। মহন্ত নিজে ঔষধ বিভাগৰ প্ৰশাসনৰ লগত জড়িত। ব্যক্তিগত অভিজ্ঞতাৰে দেখি অহা চিকিৎসকৰ ব্যস্ততা, ৰোগী বা ৰোগীৰ আত্মীয়ৰ উদ্বিগ্নতা, সামান্য

ধৈৰ্য আৰু সহানুভূতিশীল একোটা বাক্যয়ো যে দূৰ কৰিব পাৰে সেই কথা তেওঁ যুক্তিসহকাৰেই দাঙি ধৰিছে। আমাৰ ৰাজ্যখনত হোৱা পথ দুৰ্ঘটনাৰ আন এটা কাৰণ যে ৰাতিৰ আন্ধাৰত লাইট নজ্বলোৱাকৈ পথৰ দাঁতিত ৰাখি থোৱা গাড়ী, এই সচৰাচৰ আনে চকু নিদিয়া এনেধৰণৰ বিষয়ৰ প্ৰতিও লেখকে দৃষ্টি আকৰ্ষণ কৰিছে। আমি দেশৰ অনেক কৃতী সন্তানৰ সোঁৱৰণিত গঢ়ি তোলা অনুষ্ঠান বা নামকৰণ কৰা বাট-পথ যে অযত্নপালিত হৈ তেনে অনুষ্ঠান, বাট-পথ শ্ৰদ্ধাজ্ঞাপক নহৈ অশ্ৰদ্ধাজ্ঞাপক হৈ পৰে তাৰ উদাহৰণ 'ড° মহেন্দ্ৰ বৰা পথ' শীৰ্ষক ৰচনাখনত দাঙি ধৰিছে। বিভিন্ন সংঘ বা সংস্থাৰ নামত চান্দা বিচাৰি অহা ল'ৰাবোৰৰ মনোবৃত্তি সলনি কৰোৱাৰ যে এটা সময় আহিছে, তাৰ প্ৰতিও লেখকে দৃষ্টি আকৰ্ষণ কৰিছে। দৃষ্টি আকৰ্ষণ কৰিছে বিভিন্ন দাবীত আন্দোলন কৰি সময় নষ্ট কৰা 'নপঢ়া-নুশুনা ছাত্ৰ'ৰ কাৰ্যাবলীৰ প্ৰতি। প্ৰতিভাৰ বিকাশ নঘটালে আন্দোলন কৰি যে দেশোদ্ধাৰ কৰিব নোৱাৰি, সেই কথা ক'বলৈও লেখকে পাহৰা নাই। পাহৰা নাই ছপা মাধ্যম আৰু ইলেক্ট্ৰ'নিক মাধ্যমৰ লগত জড়িতসকলৰ দোষ-দুৰ্বলতাৰ প্ৰতি আঙুলিয়াই দিবলৈয়ো। ২৯টা এনে লেখাৰ সংকলনেৰে প্ৰস্তুত কৰা গ্ৰন্থখনৰ নামকৰণ কৰা হৈছে 'আড্ডাৰ সোণালী সপোন'। এই ৰচনাখনত মাজে-সময়ে কেতিয়াবা সকলো সমস্যা আঁতৰাই থৈ নিৰ্দোষ ৰং-ধেমালি কৰি নিজকে সতেজ কৰি লোৱাৰ প্ৰয়োজনীয়তাৰ প্ৰতিও ধেমালিৰ চলেৰে দৃষ্টি আকৰ্ষণ কৰিছে।

হৃদয়ানন্দ মহন্তৰ ৰচনাকেইখনৰ ঘাই বৈশিষ্ট্য হ'ল এক স্বাভাৱিক স্বতঃস্ফূৰ্ত সমাজ সচেতনতা। যিবোৰ সৰু-ডাঙৰ বিষয়ে লেখকৰ মনত একোটি আলোড়নৰ ঢৌ তুলিছে বা প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে, সেই বিষয়ে নিজৰ মনোভাব তেওঁ মুকলিকৈ প্ৰকাশ কৰিছে। ইয়াত কোনো তত্ত্বগধুৰ পাণ্ডিত্যগন্ধী কথা কোৱাৰ প্ৰয়াস নাই, বৰং নিজৰ মনৰ ভাব-অনুভৱৰ পাঠকক অংশীদাৰ কৰি লোৱাৰ আগ্ৰহহে আছে। এতেকে ভাষা হৈ উঠিছে প্ৰাঞ্জল আৰু ভাব প্ৰকাশৰ বাবে উপযোগী (Communicative)। এনে ৰচনাক কিছু পৰিমাণে ব্যক্তিগত চিন্তাপ্ৰসূত ৰচনা আৰু কেতিয়াবা সাংবাদিকতাসুলভ (Journalistic) ৰচনাৰ শাৰীতো থ'ব পাৰি। মই আশা কৰিছোঁ, মহন্তৰ এই সংকলনটিয়ে পাঠকসকলক লেখকে উত্থাপন কৰা বিষয়বোৰ ভাবি চাবলৈ অৱকাশ দিব।

**ড° নগেন শইকীয়া**
**৩ অক্টোবৰ, ২০০৮**
**ডিব্ৰুগড়**



# সূচী



# সূচী

# ১।

# আড্ডাৰ সোণালী সপোন

'অ'ই পোৱালি— দুই ছিংগল চাহ, হাফপ্লেট বুন্দিয়া-ভুজিয়া।'

সাতত্রিশ নম্বৰ ৰাষ্ট্রীয় ঘাইপথটো বুকুত সাবটি বৈ থকা এখন সৰু চহৰৰ সদাব্যস্ত এখন ৰেষ্টুৰাঁৰ প্ৰায় তিনিটা দশকৰ আগৰ কোনোবা এক বৰ্ণময় সন্ধিয়াৰ আড্ডাৰ পৰা হঠাতে উফৰি যোৱা শব্দকেইটালৈ কাউণ্টাৰত বহি থকাজনৰ দৃষ্টি আকৰ্ষণ হয়। কেৰাহিকৈ আড্ডাবাজ সদ্য যুৱককেইজনলৈ চাই পুনৰ নিজৰ কামত মগ্ন হয়। পোৱালি নামৰ শেঙুণনকা 'বয়'টোলৈ মালিকৰ পৰা নাযায় কোনো নিৰ্দেশনা। আধাঘণ্টামানৰ পাছত আকৌ, 'ঐ, শুনা নাই, দুই ছিংগল চাহ ...'। তলমূৰ কৰি কাউণ্টাৰত মালিকে ভোৰভোৰায়— কি কয় নুশুনি। হয়তো ভাবে, দুমাহে বাকীত খাই খাই পইচা দিয়াৰ নাম নাই, কেৱল অৰ্ডাৰ দিব জানে। উপায়হীন মালিকে এসময়ত চিঞৰে— 'পোৱালি...!' ষ্টিলৰ কাঁহীখনত গিলাচটোৰ আধাতকৈ অকণমান বেছি চাহ আৰু হাফপ্লেট বুন্দিয়া-ভুজিয়া লৈ 'পোৱালি' হাজিৰ হয়। কেতিয়াবা আধাভৰ্তি চাহৰ কিয়দংশ টেবুলতো উফৰি পৰে। বুন্দিয়া-ভুজিয়াৰ প্লেটখন এক বিশেষ ষ্টাইলত টেবুলত

থৈ যায়। ৰেষ্টুৰাঁৰ টেবুলৰ অপৰিষ্কাৰ মাইকাৰ ওপৰেদি চুঁচৰি গৈ প্লেটখনে ঠিক চাহৰ গিলাচ সন্মুখত লৈ বহাকেইজনৰ মাজত অৱস্থান গ্ৰহণ কৰেগৈ। বিশ্ববিজয়ৰ ভংগিমাৰে এজনে কেৰাহিকৈ কাউণ্টাৰত মুখ ওফন্দাই বহি থকা মালিকলৈ চায়। মালিকে একো নকয়। সময়বোৰ গৈ থাকে। কোনোবা আড্ডাবাজৰ হাতত কেনেবাকৈ অলপ পইচা পৰিলে, কেতিয়াবা আগৰ বাকীৰ কিছু পইচা দিয়ে। দুদিনমানলৈ মালিকৰ মুখখন পোহৰ হয়। কেইদিনমানৰ পাছত পুনৰ মুশ্চিকো ভৱঃ। পইচা দিয়াৰ কেইদিনমানৰ পাছলৈকে পুৱা বা সন্ধিয়াৰ আড্ডাত দিয়া অৰ্ডাৰৰ সীমা বাঢ়ি যায়। পাঁচজন আড্ডাবাজলৈকে পাঁচোটাকৈ পৰঠা, পাৰিলে এটাকৈ বইল কণী, গাইপতি এক ছিংগলকৈ চাহ, পৰঠাৰ লগত পিয়াঁজ, কেঁচা জলকীয়া আৰু নিমখ। মুঠতে ভূৰিভোজন। লগে লগে চলি থাকে দেশ-দুনিয়াৰ আলোচনা, আন্দোলনৰ অস্ত্ৰোপচাৰ, ছাত্ৰ সন্থা কৰা কেইজনৰ বিভিন্ন পৰিকল্পনা, স্কুল-কলেজ বন্ধৰ গইনা লৈ ঘৰত বহি থকা সাহিত্যানুৰাগী কেইজনৰ এখন নতুন আলোচনী উলিওৱাৰ প্ৰস্তুতিৰ বিভিন্ন আলোচনা, কোনো সৌভাগ্যবানৰ প্ৰেয়সীৰ বিভিন্ন খবৰৰ মুখৰোচক আলোচনা— মুঠতে সদ্য নতুন বিষয় লৈ এচাম ব্যস্ত হৈ থাকে ৰসাল আড্ডাৰ মাজত। এয়া সেই আন্দোলনৰ সময়ৰ স্কুল-কলেজ বন্ধৰ সময়ছোৱাত আমাৰ দৰে এচামৰ দৈনন্দিন কাৰ্যক্ৰমৰ কিয়দংশ। হয়তো এয়াই আছিল অসমৰ বহু অংশৰ বহু যুৱক, সদ্যযুৱক বা চেমনীয়াৰো দৈনন্দিন ৰুটিন।

এয়া আড্ডা। কোনে ভাল নাপায় আড্ডা মাৰি? মন পচন্দৰ কেইজনমান বন্ধুৰ লগত দিনটোৰ ব্যস্ততাৰ অন্তত অলপ সময় মুকলি মনেৰে আড্ডাত যোগ দিব পাৰিলে মনবোৰ ফৰকাল হয়। আড্ডাৰ ঋণাত্মক দিশ থাকিলেও সু-সংগৰ আড্ডাৰ ফলাফল সদায় যোগাত্মক হয়। কলকাতাৰ বিখ্যাত কফি হাউছৰ আড্ডাৰ কথা কোনে নাজানে। শিল্প, সাহিত্য, বোলছবি, ব্যৱসায়; সকলোতে পৃথিৱীৰ দৃষ্টি কাঢ়ি নিবলৈ সক্ষম হোৱা অনেকজন বৰেণ্য ব্যক্তিৰ বিভিন্ন মুড, স্বাভাৱিক-অস্বাভাৱিক খেয়াল-খুচী, যুক্তি-তৰ্ক আৰু বহু অনুভৱৰ সাক্ষী এই কফি হাউছ। আমাৰ অসমৰো পাণবজাৰৰ মহামায়া, ডিলাইট আদিত এসময়ৰ শিল্পী-সাহিত্যিকৰ ৰসাল অথচ সৃষ্টিকাৰী আড্ডাৰ কথা আজিও বহুজনে বিভিন্ন লিখা-মেলাৰ মাজেৰে নষ্টালজিক বেদনা আৰু আনন্দেৰে সোঁৱৰে। ক'ৰবাত পঢ়িছিলো— মহামায়াৰ আড্ডাত কুৰ্তা-পায়জামা পিন্ধা সামান্য দীঘল চুলিৰ সুদৰ্শন তথা ৰোমাণ্টিক লেখক নিৰোদ চৌধুৰীক চাবলৈ কোনোবাই সন্ধিয়া হোষ্টেলৰ পৰা ওলাই আহিছিল। ট্ৰিবিউন বিল্ডিঙৰ ওচৰৰ ফুটপাথতে এদিন সন্ধিয়া আমাৰ এটা সময়ত মনবোৰ থৌকি-বাথৌ কৰি ৰখা সাহিত্যিকজনক লগ ধৰিছিলো। উদ্দেশ্য— আমাৰ সৰু অঞ্চলটোৰ পৰা উলিওৱা অকণমান আলোচনীখনৰ বাবে লেখা এটা বিচৰা। ফুটপাথত খোজকাঢ়ি কাঢ়িয়ে আমাৰ প্ৰিয় লেখকজনে প্ৰচুৰ আন্তৰিকতাৰে কথা পাতিছিল। কৈছিল— 'এইমাত্ৰ শেষ কৰি আহিছোঁ এটা লেখা—

লতা মংগেশকাৰক লৈ লতা-সুৰীয়া লতা।' উপন্যাসত বৰ্ণোৱা চৰিত্ৰসমূহৰ দৰেই কথা কৈছিল নিৰোদ চৌ'ধুৰীয়ে। বহু বছৰৰ আগৰ সেই দহ-বিশ মিনিটৰ স্মৃতি আজিও ৰৈ গ'ল— মনৰ মণিকোঠাত জল্জল্ পট্পটকৈ কোনোবা দামী ডিজিটেল কেমেৰাত তোলা ফটোগ্ৰাফৰ দৰে। কেঁচা জলকীয়াটো নিমখখিনিত ভাঙি লৈ, পৰঠা আৰু বুটৰ দাইলৰ পনীয়া 'চব্জি'ৰ লগত বিনামূল্যে (বা কেতিয়াবা দম দি অনোৱা!) অহা পিয়াঁজ টুকুৰাত কামোৰ এটা মাৰি পৰঠা-চব্জিৰ ৰসাস্বাদন কৰি থাকোঁতেই আমাৰ আড্ডালৈ হঠাতে এদিন খবৰ আহিল— আমাৰ অঞ্চলটোলৈ বিশিষ্ট চলচ্চিত্ৰ পৰিচালক নিপ বৰুৱা আহিছে। আড্ডা বন্ধ। কলম-কাগজ লৈ যথাস্থানত উপস্থিত হ'লোগৈ। উদ্দেশ্য, পাৰি যদি চমু সাক্ষাৎকাৰ এটাকে লোৱা যাওক। কথা আগবাঢ়িল। কেইবাখনো সফল ব্যৱসায়িক ছবি কৰা খ্যাতনামা পৰিচালকগৰাকীৰ লগত প্ৰাসংগিকভাৱেই আলোচনা হ'ল ব্যৱসায়িক আৰু কলাসুলভ ছবিৰ বিষয়ে। 'ককাদেউতা, নাতি আৰু হাতী' কৰা প্ৰয়াত নিপ বৰুৱাদেৱৰ লগত সন্ধ্যাৰাগ, কোলাহল চাই গভীৰ আত্মতৃপ্তিত মজি থকা আমাৰ সেই সময়ৰ ব্যৱসায় বুজি নোপোৱা যুৱ মনটোৱে কথাবোৰ বিতৰ্কলৈ পৰ্যবসিত কৰিলে। আমাৰ অপৈণত মনটোক শান্ত কৰি অলপ সময়ৰ ভিতৰতে শিল্পীৰ সমস্যা, ব্যৱসায়িক ছবিৰ প্ৰয়োজনীয়তা তথা কলাত্মক ছবিৰ আৱেদন আদিক লৈ হোৱা কথাখিনিৰে বিশিষ্ট চিত্ৰনিৰ্মাতাগৰাকীয়ে আমাক মন্ত্ৰমুগ্ধ কৰি তুলিছিল। সেইদিনাৰ পৰা বেছ কেইদিনমানলৈকে চলি আছিল আমাৰ আড্ডাৰ বিতৰ্ক, বিষয় সেই একেটাই— কলাত্মক বনাম ব্যৱসায়িক চিনেমা। কবিতা-চবিতা লেখা আমাৰ এক বন্ধু কিন্তু কোনোপধ্যেই নিজা দৰ্শনৰ পৰা নামি নাহিল। 'পাৰ', সন্ধ্যাৰাগ, অপুৰ সংসাৰ, পথেৰ পাঁচালি তথা ওম পুৰী, শ্বাবানা আজমীৰ বহু ছবিৰ ভক্ত আমাৰ বন্ধুৱে হাজাৰ যুক্তি দিয়াৰ পাছতো নামানিলে কেৱল বজাৰৰ বাবেই ছবি নিৰ্মাণৰ যুক্তি। হয়তো তিনিটা দশক পাৰ হৈ গ'ল— সেই বিতৰ্কৰ মেৰপেচ কিন্তু আজিও শেষ হোৱা নাই।

সময় সলনি হ'ল। আড্ডাবোৰৰ ৰং-ৰূপো হয়তো সলনি হ'ল। আড্ডাৰ বিষয়বস্তুবোৰো কিজানি সলনি হ'ল। সন্মুখত ধূমায়িত চাহ বা কফিকাপ লৈ বিভিন্ন বিষয়বস্তুৰ বিভিন্ন কথাৰে মগ্ন হৈ থকা আড্ডাবোৰ নেদেখা হ'লো দেখোন। কেতিয়াবা কেতিয়াবা ৰেষ্টুৰেণ্টৰ 'পৰিধি ভাঙি' আমাৰ সেই আড্ডাৰ স্থান সলনি হৈছিল। দেৱী দৌলৰ কাষৰ বিশাল সেউজীয়া ঘাঁহনিত বহি আমাৰ সেই কবি বন্ধুয়ে সন্ধিয়াৰ আকাশলৈ চাই চাই কবিতা পঢ়িছিল। আমাৰ সন্মুখত নাছিল চাহৰ গিলাচ অথবা মিনাৰেল ৱাটাৰৰ বটল। সুগন্ধিত দুবৰিৰ দলিচাত বহি আমি প্ৰকৃতি আৰু কবিতাৰ মাজত একাত্ম হৈ পৰিছিলো। আড্ডাৰ সংগীবোৰৰ মাজত গঢ় লৈ উঠা বন্ধুত্বৰ এনাজৰীডালৰ মাজত নাছিল কোনো ঈৰ্ষা, হিংসা বা কপট চাতুৰ্যৰ ৰাজনীতি। সামান্য জ্বৰৰ খবৰ পালেই ঘৰ ভৰ্তি হৈ গৈছিল। ডাক্তৰ-দৰৱ-বজাৰ। কফিৰ কাপত বা এক

ছিংগল চাহৰ কাপত ধুমুহাৰ সৃষ্টি কৰা আড্ডাৰ সংগীসকলৰ বাবে ক'তোৱেই সমস্যা হোৱা নাছিল।

সময়বোৰ সলনি হ'লেও মানুহৰ মনবোৰ কিন্তু একেদৰেই থাকে। আপোনাৰো হয়তো মন যায়— কলেজ/বিশ্ববিদ্যালয় কেণ্টিনত আড্ডা মাৰি পাৰ কৰা দিনবোৰৰ এটা দিন হ'লেও ঠিক একেদৰে ঘূৰাই পাবলৈ। হোষ্টেলৰ বাৰাণ্ডাত বহি ৰাস্তালৈ চাই মাজতে ৰহস্যজনক কাৰণত সুহুৰি বজাই সশব্দে হাঁহি উঠা যুবকৰ দলটোলৈ, এনেই বাৰু অকণমান হ'লেও ঈৰ্ষা নহয়নে? তেনেহ'লে সকলো সমস্যা খন্তেকৰ বাবে পাহৰি হ'লেও দিনটোত নহ'লেও সপ্তাহত এদিন আহকচোন অকণমান আড্ডা মাৰো। কিন্তু নহ'ব— হুইস্কিৰ গিলাচত বৰফৰ টুকুৰাকেইটামান পেলাই, আৰামী চকীখনত বহি যদি আপুনি গজল শুনি ভাল পায় বা দুই-তিনিজন মনে মিলা বন্ধুৰ লগত কোনোবা অখ্যাত অথবা বিখ্যাত বাৰৰ এচুকৰ সামান্য অন্ধকাৰ টেবুল এখন অধিকাৰ কৰি আড্ডা মাৰি ভাল পায়, তেনেহ'লে আমাৰ কফিৰ কাপৰ আড্ডাত আপুনি ভাল নাপাবও পাৰে। কিন্তু বাৰিষাৰ এই মায়াময় ৰিম্‌ঝিম্ বৰষুণৰ মাজত চহৰৰ এচুকত থকা অকণমান কফি বাৰখনৰ খিৰিকীয়েদি 'বৃষ্টি পৰে টাপাৰ টুপুৰ'ৰ অনবদ্য সংগীতৰ আনন্দৰ মাজত সম্মুখত ধূমায়িত, সুগন্ধিত কফি একোকাপসহ মাৰিব পৰা আড্ডাৰ আমেজেই সুকীয়া। এটা কথা নিঃসন্দেহ— এনে আড্ডাৰ পৰা সৃষ্টি হোৱা মুহূৰ্তবোৰৰ আবেদন স্থায়ী আৰু যোগাত্মক হয় আৰু ইয়াৰ বিপৰীতে আজিকালি সৃষ্টি হোৱা সন্ধিয়াৰ 'টেনশ্যন ৰিলিফ'(!) আড্ডাৰ প্ৰসংগসমূহৰ স্থায়িত্ব 'ৰাত গ'য়ি তো বাত গয়ি'তে শেষ হয়।

কৈশোৰ তথা যৌৱনৰ দোকমোকালিৰ সেই আড্ডাৰ সোণোৱালী স্মৃতি যিদৰে আজিও অমলিন— তেনে এক আড্ডাই একৈশ শতিকাৰ নিজেই সৃষ্টি কৰা বিভিন্ন উদ্বেগ, টেনশ্যন, উত্তেজনা, দুঃশ্চিন্তা আদি খন্তেকৰ বাবে হ'লেও আঁতৰাই মনবোৰ স্বাস্থ্যৱান আৰু যৎকাল নকৰিবনে? আড্ডাত আমি বদনামো গাম, সদনামো আলোচনা কৰিম। প্ৰাপ্তবয়স্কৰ গোপন আনন্দৰ কথাও পাতিম, স্কুললৈ যোৱা সন্তানৰ পৰীক্ষাৰ ফলাফলৰ কথাও পাতিম। নীলিম কুমাৰ, প্ৰণয় ফুকনৰ কবিতাও গাম, লগতে পূজা সংখ্যাৰ আলোচনীবোৰৰ লেখাবোৰৰ সামূহিক অস্ত্ৰোপচাৰো কৰিম। নতুন পে' কমিছনৰ কথাৰ মাজতে নিশা ডাক্তৰে টেলিফোন নধৰাৰ বিষয়েও টেঁটু ফালি তৰ্ক কৰিম, লগতে সম্মুখত বহি আড্ডা মৰা ডাক্তৰ বন্ধুজনৰ যুক্তিও শুনিম। আড্ডাৰ মাজতে আমাৰ 'কফিবাৰ'ৰ স্নেক্স কাউণ্টাৰৰ পৰা পেষ্ট্ৰি আৰু বিস্কুট কিনিবলৈ বৰষুণত তিতি-বুৰি অহা গাভৰুগৰাকীলৈ এবাৰ হ'লেও কেৰাহিকৈ চাম। লোকৰ কথা শুনি (কেৱল শুনিহে, কৈ নহয়) মজা লোৱা বন্ধুক অলপ বহলায়ে কথাবোৰ ক'ম— তেৱোঁ আনন্দ পাওক, আমাৰো কল্পনাশক্তি বাঢ়ক। কলপাতত ৰান্ধি গেছৰ জুইত সেকা সৰু মাছৰ পিটিকাৰ সোৱাদতকৈ খৰিৰ জুইত সেকাবিধৰ সোৱাদ বেছি নে কম সেই কথাও

আলোচনা কৰিম। লগতে 'ফুকন'ৰ নাতিল'ৰা হওঁতে বিলোৱা বৌ মাছটোয়ে চালানীহে আছিল, সেই বিষয়েও তথ্যপাতিসহ বিতং আলোচনা কৰিম। শ্বেয়াৰ বজাৰত নতুনকৈ বিনিয়োগ কৰিবলৈ শিকা শইকীয়া চাহাবৰ গহীন-গম্ভীৰ তথ্যও শুনিম, লগতে পিছদিনা ইণ্টাৰনেট চলাথ কৰি নিজেও শ্বেয়াৰ মাৰ্কেট বিষয়ত পাৰিলে শইকীয়াক কাবু কৰিব পৰা ভাষণ এটাও সাজু কৰিম। —ইত্যাদি ইত্যাদি।

নাযাবনে পাৰ হৈ এইদৰে কিছুমান মায়াময় সন্ধিয়া?

খন্তেকৰ বাবে হ'লেও আঁতৰি নাযাবনে বিভিন্ন সমস্যাজনিত উদ্বেগ-অশান্তি?

তেনেহ'লে কেতিয়াবা শান্তিৰে বুকু খুলি, হৃদয় জুৰাই কথা পাতোঁচোন আহক। থৈ দিয়ক খন্তেকৰ বাবে আঁতৰাই আপোনাৰ পৰ্বতপ্ৰমাণ সমস্যা। বন্ধুৱে কোৱা কৌতুকটোত প্ৰাণখুলি হাঁহো আহক। সমস্যা থাকিবই— জীৱন থকালৈকেহে সমস্যা। তাৰ পিছত? সপ্তাহত অন্ততঃ এটা দিন সকলো পাহৰি মাটিলৈ নামি আহোঁ আহক। কথা পাতোঁ, আড্ডা মাৰোঁ, বৰশী বাওঁ, পথাৰলৈ গৈ বোকাত নামো, ঘৰত কাম কৰি থকা ৰাজমিস্ত্ৰীজনৰ ঘৰলৈ গৈ শুকান ৰুটি আৰু জলা চব্‌জিৰে এসাঁজ খাওঁ।

কেৱল বন্ধুত্বৰ প্ৰতিশ্ৰুতিসম্পন্ন এচাম আড্ডাবাজ মানুহৰ সময়বোৰ এইদৰেই সুন্দৰকৈ পাৰ হৈ নাযাবনে? তাৰ মাজতে চলি থাকিব একো একোজনৰ সফল ব্যৱসায়, দায়িত্বশীল চাকৰি, সফল সংসাৰ আৰু এটা এটা সুন্দৰ জীৱন।

এক ছিংগল চাহেৰে আৰম্ভ কৰা আড্ডাৰ পৰাই যদি কোনোবাই আকাশলৈ চোৱাৰ সপোন দেখে, তেনেহ'লে আড্ডা মৰাত বাধা ক'ত?

পূৰ্বপ্ৰকাশ : দৈনিক জনসাধাৰণ, ২৫ অক্টোবৰ/২০০৮

# ২।

## আস্থা, বিশ্বাস আৰু সংশয়

প্ৰকাণ্ড ৰজাদিনীয়া পুখুৰীটোৰ পাৰত, এক শান্ত-সৌম্য পৰিৱেশত অৱস্থিত এখন ধুনীয়া স্কুল। মজিয়া কেঁচা। পুৱাৰ প্ৰাৰ্থনাৰ বেল বজাৰ লগে লগে স্কুলৰ সন্মুখৰ মুকলি ফিল্ডত শাৰী পাতি থিয় হয় ছশৰো অধিক ছাত্ৰ-ছাত্ৰী। প্ৰাৰ্থনাৰ নেতৃত্ব দিয়ে দুজন ছাত্ৰই। প্ৰতিদিনাৰ প্ৰাৰ্থনাত নিজেই উপস্থিত থাকে অলপ ধতুৱা দুষ্ট ছাত্ৰৰ দেখিলেই মূৰৰ ঘাম বাজ হৈ যোৱা স্কুলখনকেই জীৱন বুলি লোৱা প্ৰধান শিক্ষকজন। এটা সময়ত প্ৰাৰ্থনা শেষ হয়। পাঁচ মিনিটমানৰ ভিতৰতে স্কুলখনত কাঁহ পৰি জীণ যোৱা অৱস্থা হয়। শ্ৰেণীসমূহৰ পাঠদানৰ শব্দৰ বাহিৰে আন শব্দ একেবাৰে শুনা নাযায়। ধুতী-পাঞ্জাবী পৰিহিত (সৰহ সংখ্যক), গহীন-গম্ভীৰ শিক্ষকসকলৰ পৱিত্ৰ ভাবমূৰ্তিয়ে পঢ়া-শুনাত মন নবহা অঘাইটং ছাত্ৰজনকো নীৰৱে থাকিবলৈ বাধ্য কৰে। পৰীক্ষা হয়। শিক্ষকসকলে ছমহীয়া পৰীক্ষাৰ বহী ঘূৰাই দিয়ে; বছৰেকীয়া পৰীক্ষাত নম্বৰ-।হ প্ৰথম, দ্বিতীয় স্থানপ্ৰাপ্ত ছাত্ৰ-ছাত্ৰীৰ নামসহ ফলাফল ঘোষণা কৰে। একেদৰে আকৌ শ্ৰেণীসমূহ আৰম্ভ হয়। খেল-ধেমালি, পঢ়া-শুনা, তৰ্ক প্ৰতিযোগিতা, আকস্মিক

বক্তৃতা প্ৰতিযোগিতা, বাৰ্ষিক অধিৱেশন, গৰম বন্ধ আদিৰে আমাৰ এচামৰ ধূলি ধূসৰিত শৈশৱ আৰু কৈশোৰ শেষ হয়। এয়া শিৱসাগৰ জিলাৰ ঐতিহ্যমণ্ডিত গৌৰীসাগৰ নামৰ এক সৰু অঞ্চলৰ সেই সময়ৰ একমাত্ৰ হাইস্কুলখনৰ প্ৰতিচ্ছবি। হয়তো এয়া আজিও অসমৰ বিভিন্ন চুকে-কোণে থকা বিভিন্ন স্কুলৰ দৈনন্দিন ছবি। কিন্তু সময়বোৰ সলনি হ'ল। আমাৰ সময়ত শিক্ষকে পৰীক্ষা কৰা প্ৰশ্নোত্তৰ বহীৰ ফলাফলক লৈ সকলোৰে আছিল অযুত বিশ্বাস। সেই বহীৰ পুনৰীক্ষণৰ প্ৰয়োজনীয়তা কোনেও অনুভৱ কৰা নাছিল। কিন্তু আজি? শিক্ষক আৰু ছাত্ৰৰ সম্পৰ্কৰ পবিত্ৰতাত সন্দেহে স্থান লৈছে। ইয়াৰ যুক্তিও আছে। প্ৰথম বিভাগ লৈ উত্তীৰ্ণ হোৱা ছাত্ৰজন বহী পুনৰীক্ষণৰ পাছত প্ৰথম বিশটা স্থানৰ ভিতৰত স্থানপ্ৰাপ্ত হোৱাৰ নিদৰ্শন দেখা গৈছে। ইয়াৰ স্পষ্ট অৰ্থ এটাই, যি কাৰণতে নহওক লাগিলে, প্ৰশ্নোত্তৰ বহীৰ মূল্যায়নত ক'ৰবাত সততা, ন্যায়নিষ্ঠতা আৰু পবিত্ৰতাত যেন ঘুণে ধৰিছে। এয়া সমাজৰ বাবে শুভলক্ষণ নহয়। এখন সমাজত থকা মানুহখিনিৰ মাজত আস্থা আৰু বিশ্বাসেৰে গঢ়া পৰিকাঠামো নাথাকিলে, সেই সমাজৰ স্থায়িত্ব নাথাকে। এজন ছাত্ৰই ক খ গ ঘ শিকাৰে পৰা হাইস্কুলৰ শেষ পৰীক্ষা দিয়ালৈকে কৰা অক্লান্ত পৰিশ্ৰমৰ বিনিময়ত কোনোবা অচিনাকি পৰীক্ষকৰ হাতত তুলি দিয়ে শেষ পৰীক্ষাৰ বহীখন। জীৱন গঢ়াৰ আদিপাঠৰ শেষ পৰীক্ষাৰ বহীখনতে থাকে শৈশৱৰ পৰা কৈশোৰৰ দেওনা পাৰ হ'ব খোজা এজন ছাত্ৰৰ ভৱিষ্যতৰ সপোন। সেই বহীখন পৰীক্ষা কৰোঁতে কাৰোবাৰ সামান্য অমনোযোগিতা বা সততাৰ যৎসামান্য হীনডেৰিয়েও ভাঙি পেলাব পাৰে এজন যোগ্য ছাত্ৰৰ ভৱিষ্যতৰ সপোন। ভাগ্য ভাল, সমাজৰ সৰহ সংখ্যক শিক্ষকৰ সততা আৰু পবিত্ৰতাই আজিও এনে বিভিন্ন পৰীক্ষাক মহিমামণ্ডিত কৰি ৰাখিছে।

বিভিন্ন পৰীক্ষাত বিভিন্ন বেমেজালিৰ খবৰে হতাশা কঢ়িয়াই অনাৰ সময়ত দেশৰ সৰ্বোৎকৃষ্ট মেধাৰ নিৰ্বাচনৰ বাবে অনুষ্ঠিত কিছুমান বিশেষ পৰীক্ষাৰ সততাই আজিও দেশখনৰ সামাজিক আস্থা বজাই ৰাখি এচাম সুযোগ্য সন্তানক দেশসেৱাৰ বাবে উলিয়াই দিছে আৰু এনেবোৰ মানৱ সম্পদৰ বাবেই আমিবোৰ বৰ্তি থাকিব পাৰিছোঁ।

মানুহে আজিকালি সঘনাই এটা কথা কয়— সেয়া হ'ল, 'আজিকালি কাৰো বিশ্বাস নাই!' হয়নে কথাটো? নাইনে মানুহৰ প্ৰতি মানুহৰ অমল বিশ্বাস? যদি আছেই, তেনেহ'লে বহু ভুক্তভোগীয়ে কিয় জীৱনৰ তিক্ত অভিজ্ঞতাৰ পৰা উচ্চাৰণ কৰিবলগীয়া হৈছে বিশ্বাসভংগৰ সকৰুণ কাহিনী। আৰু সঁচাই যদি মানুহৰ মাজৰ পৰা ক্ৰমাগতভাৱে হেৰাই গৈছে আস্থা আৰু বিশ্বাসৰ দৰে পবিত্ৰ সম্পদ, তাৰো একো কাৰণ নাইনে? ক্ৰমাগতভাৱে ভোগবাদী ধ্যান-ধাৰণাত আচ্ছন্ন মানুহে যেন পাহৰি গৈছে বন্ধুত্ব, ভাতৃত্ববোধ বা এনে বিভিন্ন সম্পৰ্কৰ পৰা পাব পৰা সনাতন আনন্দ। চন্দুকভৰ্তি ধনৰ টোপোলা থাকিলেও দৃষ্টিহীনজনে পাৰিবনে উপভোগ কৰিব শৰতৰ আকাশৰ বুটাবছা তৰাফুলৰ অময়া সৌন্দৰ্য? মোক ঠগি আপুনি, আপোনাক ঠগি মইনো কিমানদূৰ

আগুৱাই যাম। সততা আৰু বিশ্বাস ভংগৰ বহু সকৰুণ কাহিনীৰ মাজতে, উমি উমি জ্বলি থকা মিঠাতেলৰ চাকিগছৰ দৰে, কেতিয়াবা কেতিয়াবা খবৰ ওলায়— কোনোবা অখ্যাত ৰিক্সাবালাৰ ৰিক্সাত এৰি যোৱা অসাৱধান আৰোহীৰ টকাভৰ্তি বেগ পুলিচ থানাত জমা দিয়াৰ নিচিনা আশাৰ খবৰ! আনৰ কষ্টোপাৰ্জিত ধনৰ সহজলভ্য পথেও কোনো কোনো দৰিদ্ৰক প্ৰলোভনৰ মায়াজালেৰে বিচলিত নকৰে। হয়তো এয়াই পৰিচ্ছন্ন প্ৰশান্তি। আৰু ইয়াৰ বিপৰীতে? মানুহে মানুহৰ ভয়ত, আশংকাত ক্ৰমাগতভাৱে হেৰুৱাই পেলাবলগা হৈছে দুদিনীয়া জীৱনৰ অময়া শান্তি। ভাবকচোন কিমান ভয়ংকৰ বিশ্বাসঘাতকতাৰে, সৰুৰে পৰা ঘৰত থকা গৃহভৃত্যজনে মাথোঁ কেইটামান টকাৰ বাবে গৃহস্থৰ পিঠিত বহুৱাই দিব পাৰে শাণিত অস্ত্ৰ। এফুট মাটিৰ সীমাৰ বাবে দুই সহোদৰ ভাতৃয়ে চকু মুদি জলাঞ্জলি দিব পাৰে ধূলিত লেটি লৈ অলৌগুটি-তলৌগুটি খেলি একে মাতৃৰ বুকুৰ অমৃত পান কৰাৰ আনন্দময় স্মৃতি! সুখৰ কথা, এনেবোৰ কাহিনী সৰ্বসাধাৰণৰ সাধাৰণ কাহিনী নহয়। আছে, এতিয়াও আছে মানৱতা, মানুহৰ প্ৰতি থাকিবলগা মানুহৰ অমল বিশ্বাস, পৰস্পৰৰ প্ৰতি থাকিবলগা আস্থা আৰু বিশ্বাসৰ সুগন্ধি সংবাদ। এয়া নোহোৱা হ'লে ঋণ ল'বলৈ যাওঁতে বেংকে প্ৰস্তুত কৰি দিয়া দুশ পৃষ্ঠাৰ চৰ্তাৱলীৰ নৱৈ শতাংশও পঢ়ি নোচোৱাকৈ প্ৰতি পৃষ্ঠাত চহী কৰি ঘূৰি আহি এটা নিশাও চকুৰ পতা জাপ নেখালেহেঁতেন। বন্ধুৰ বিপদত নিজৰ চন্দুকৰ শেষ মুদ্ৰাটোও কোনো লেখা-পঢ়া নকৰাকৈ ধাৰলৈ দি (ইয়াৰ বিনিময়ত অমলিন বন্ধুত্বৰ বাদে একো নিবিচৰাকৈ!) আপুনি ভোকৰ ভাতসাঁজো সম্ভাব্য দুৰ্ভাবনাৰ আশংকাত শান্তিৰে খাব নোৱাৰিলেহেঁতেন বা কোনো কাগজপত্ৰ নোহোৱাকৈ কেৱলমাত্ৰ মুখৰ কথাৰে চলি নাথাকিলহেঁতেন বহু সফল ব্যৱসায়ীৰ ব্যৱসায়িক লেনদেন। এনে আস্থা আৰু বিশ্বাসৰ শকত শিকলিৰে বন্ধা মনুষ্যত্বৰ বাবেই কোনোবা এদিনীয়া চিনাকি হঠাতে হৈ পৰে দূৰত পঢ়ি থকা আপোনাৰ সন্তানৰ ল'কেল গাৰ্জেন— যি চকু মুদি পালন কৰে পিতৃ-মাতৃৰ দায়িত্ব আৰু কৰ্তব্য। প্ৰয়োজনীয় সময়ত মোৰ অনুপস্থিতিতো, কোনোবা বন্ধুৰ বিপদৰ সময়ত পত্নীয়ে চকু মুদি চহী কৰি দিয়ে একো নিলিখা দলিলৰ কেইবাটাও পৃষ্ঠা!

হয়, এয়া আস্থা আৰু বিশ্বাসৰ জয়গান।

এনে সুগভীৰ আস্থা আৰু বিশ্বাসৰ বিনিময়ত কোনেও কেতিয়াও বিশ্বাসঘাতকতা কৰিব নোৱাৰে। হয়তো এই পবিত্ৰ বন্ধনৰ বাবেই পৃথিবীৰ এটা মূৰৰ পৰা আনটো মূৰলৈ অকলশৰে ঘূৰি ফুৰিলেও আপুনি, মই নিঃসংগ নহওঁ। মানুহৰ প্ৰতি থকা গভীৰ আস্থা আৰু বিশ্বাসৰ বিনিময়ত সহস্ৰজনৰ দুহাত আপোনালৈ প্ৰসাৰিত হ'বই— আৰু এয়াই পৰম সত্য। আস্থা বা বিশ্বাসভংগৰ সকৰুণ কাহিনীৰ পৰা দুখী হোৱাৰো কাৰণ নাই। কিয়নো, এয়া একাংশ মানুহৰহে খণ্ডিত চিত্ৰ— যি সুপবিত্ৰ সততাৰ উজ্জ্বলতাৰ বাবে এদিন নহয় এদিন অনুতপ্ত হোৱাটো নিশ্চিত, লাগিলে সেয়া জীৱনৰ শেষ

দিনটোৱেই নহওক কিয়। মানুহৰ লগত থাকি মানৱতাৰ জয়গান গাই গীতাৰ পৱিত্ৰতাৰে সম্পন্ন কৰা কৰ্মফল পুৱাৰ সূৰ্যটোৰ দৰে সুন্দৰ, দুপৰৰ সূৰ্যৰ দৰে উজ্জ্বল আৰু অন্তগামী সুৰুযৰ দৰে মনমোহা হ'বই। আস্থা আৰু বিশ্বাসভংগৰ বেদনাই সংশয়ৰ বোজা কঢ়িয়ালেও এনে সাময়িক হতাশাক জোৰকৈ আঁতৰাই থোৱাহে যুগুত। নিৰ্মাণ হোৱা সময়ৰে পৰা আজিলৈকে বিভিন্ন ঘটনা, উপঘটনা, যুদ্ধ, গৃহবন্দিত্ব, সমালোচনা আদিৰে জৰ্জৰিত হ'লেও তাজমহলে আজিও সগৌৰৱে বিলাই আছে কস্তুৰীমৃগৰ দৰে সুগন্ধিত প্ৰেমৰ অমলিন তথা জ্যোতিষ্মান সৌন্দৰ্য।

এটা কথা ঠিক— মানুহৰ প্ৰতি থকা পাৰস্পৰিক বিশ্বাস আৰু আস্থা ক্ৰমাগতভাৱে কমি অহাৰ মূল কাৰণটোৱেই হৈছে ভোগবাদী সমাজ ব্যৱস্থা। এটা সামান্য ম'বাইল ফোনৰ বাবেই বিছু চাবলৈ একেলগে যোৱা বন্ধুক হেলাৰঙে আকাশলৈ পঠাই দিবলৈকো এক মুহূৰ্তও কোনো কোনোৱে নভবা হ'ল। সকলোকে মাথোঁ লাগে আৰু লাগে। কিন্তু কিয়? থাকিব পাৰিবনে কোনোবাই খামুচি ধৰি সম্পত্তিৰ পাহাৰ চিৰদিন চিৰকাল? সামান্য আৰ্থিক নিৰাপত্তা, এসোপা বন্ধু-বান্ধৱ, সকলোৱে মিলিজুলি খোৱা এসাঁজ দেওবৰীয়া ভাত, অবিচলিত কৰ্তব্যপৰায়ণতা, কলিজাৰ ধপ্‌ধপ্ শব্দ বন্ধ হৈ যোৱালৈকে অক্ষুণ্ণ থাকিব পৰা এক শংকাবিহীন প্ৰশান্তিৰ মূল্য এটা সময়ত ৰিলায়েঞ্চৰ হাজাৰ, লাখটকীয়া শ্বেয়াৰতকৈ মূল্যবান যেন নালাগেনে? তেনেহ'লে কিহৰ তাড়নাত আমি হেৰাই যাবলৈ দিম জীৱনৰ ভাল সময়খিনিৰ সোণোৱালী স্মৃতিবিজড়িত আস্থা আৰু বিশ্বাসৰ পৱিত্ৰ বন্ধন?

ধুনীয়া পৃথিৱীখন ধুনীয়া কৰি ৰাখিবলৈ মানৱতাৰ জয়গান গাবই লাগিব। আতুৰত পৰা অসমীয়া পৰিয়াল এটাক বিহাৰত এঘৰ মানুহে সহায় কৰাৰ কথা (সেই গণ্ডগোলৰ সময়ত) বাতৰি কাকততে ওলাইছিল। এয়াই মানৱতাৰ অমৰ সংগীত। মানুহৰ প্ৰতি থকা মানুহৰ আস্থা আৰু বিশ্বাসৰ সপ্তসুৰৰ মায়াজালে আজিও হেৰাই যাবলৈ দিয়া নাই ইয়াৰ অমিয়া মাধুৰী!

হয়তো কেতিয়াও নিদিবও!

পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ৪ আগষ্ট/২০০৮

# ৩।

## পুহ বিহু, চ'ত বিহু, জেঠ বিহু ইত্যাদি

অসমীয়াৰ বাপতিসাহোন বিহু তিনিটায়েই হৈ আছেগৈনে?

কেছেটৰ পৰাই হওক বা বিহুমেলাবোৰৰ পৰাই হওক অসমীয়াৰ বিহু বৰ্তমান প্ৰায় ছমহীয়া এক বেপাৰলৈ ৰূপান্তৰ হৈছে। কথাবোৰ অকণমান বিশ্লেষণ কৰি চোৱা যাওক।

প্ৰকৃততে দুৰ্গাপূজা শেষ হোৱাৰ পাছৰে পৰা অসমত বিহুৰ পৰিৱেশ এটা আহেই। মানে চলিত দশকটোত অসমীয়াৰ বাপতিসাহোন বিহুৰে প্ৰকৃতিৰ নীতি-নিয়ম মানিবলৈ ভাল নোপোৱাৰ দৰে পৰিৱেশ এটাৰ সৃষ্টি হৈছে। দুৰ্গাপূজা শেষ হয়, শীতৰ সন্তৰ্পণ প্ৰৱেশ ঘটে। বতাহত কেঁচা সজাল ধৰা ধানৰ গোন্ধ ভাহি আহে। সেয়া আহিন আহিন গোন্ধ। ইয়াৰ পিছতে পায়হি তাহানিৰ দিনত বিহু তিনিটা বুলি ৰচনা কিতাপত থকা, আজিকালি কোনেও পাত্তা নিদিয়া কাতি বিহু। তুলসীৰ তলত চাকি জ্বলাই মাহ-প্ৰসাদৰ শৰাই আগত লৈ প্ৰাৰ্থনা কৰি কাতি বিহু পালন কৰিবলৈ আজিকালি কাৰোৱেই সময় নাথাকে। কেইদিনমান আগতে উলহ-মালহেৰে পাৰ কৰা দুৰ্গাপূজাৰ 'হেং অভাৰ'

এচামৰ শেষ নহয়েই। মুঠতে কৃষিজীৱী অসমীয়াৰ কাতি বিহুয়ে চহৰ-নগৰত নাপাত্তা হৈয়েই বিদায় লয়। 'নন-গ্লেমাৰাছ' কাতি বিহুক লৈ কোনে সময় নষ্ট কৰে! চঠ পূজাত বন্ধ দিলে কাতি বিহুত চৰকাৰী বন্ধ নেচেল। যি কি নহওক, কাতি মাহটো আৰু আঘোণ মাহটো পাৰ হ'লেই আৰম্ভ হয় ভোগালী বা মাঘ বিহুৰ কাউণ্ট-ডাউন— 'পুহ বিহু'। এয়া কেছেট বিহুৰ উদ্বোধনী বিহু। ব'হাগত বাজিবলগা বিহুগীতৰ কেছেটৰ প্ৰতিযোগিতাৰ বাবে ন-পুৰণি শিল্পী, অশিল্পী, গায়ক, অগায়ক (?) সকলোৰে কেছেটে বজাৰত উখল-মাখল লগাবলৈ আৰম্ভ কৰে। পুহ মাহৰ ঠেঁটুৱৈ ধৰা জাৰৰ সন্ধিয়া কেছেটৰ দোকানৰ পৰা ভাহি আহে হীৰাদৈ, পাটিদৈ, জোনমণি, জানমণি, নয়নমণি জাতীয় বিহুগীত নামৰ মিশ্ৰিত সংগীতৰ সৈতে আবতৰীয়া ঢোল-পেঁপাৰ শব্দ। সময় নাই, ঋতু নাই, পৰিৱেশ নাই। তথাপি নহ'ব! আমি শুনিবলৈ বাধ্য আবতৰীয়া বিহুসুৰীয়া সংগীত। কাৰণ, ব'হাগলৈনো কেইদিন বাকী! মাঘ, ফাগুন, চ'ত তিনিটা মাহহে। যিয়েই নহওক, এটা সময়ত ভোগালীৰ কাউণ্ট-ডাউন 'পুহ বিহু' শেষ হয়। আৰম্ভ হয় ভোগালী বিহুৰ উছাহ। বহু জেগাত ভোগালীৰ মেজিভোজ, ভেলাঘৰৰ ভোজ আদি শেষ হোৱাৰ পাছতো হৈ থাকে আধুনিক ভোগালী উৎসৱ। পষেকটো বা মাহটো ধৰি চলি থাকে বিহুৰ নামত এনে উৎসৱৰ আয়োজন। বৰ্ণাঢ্য কাৰ্যসূচীৰে কোনো কোনো বালিচৰত আয়োজন কৰা ভোগালী উৎসৱৰ প্ৰাচুৰ্যৰ মাজত মকৰ সংক্ৰান্তিৰ মাঘ বিহুয়ে কক্‌বকায়। মাঘৰ মাহটো উৎসৱৰ আনন্দৰ মাজতে পাৰ হয়। মাজত থাকি যায় দুটা মাহ। ফাগুন মাহটো ব'হাগীৰ আদৰণিৰ প্ৰস্তুতিতে পাৰ হয়। পাঁচ কিলোমিটাৰ ব্যাসাৰ্ধৰ চহৰ এখনত পঞ্চাশখনতকৈয়ো অধিক বিহু পাতিবই লাগিব। অসমীয়া জাতিৰ সন্মানৰ কথা আছে। বিভিন্ন সংস্থা, সংগঠন আদিৰ অস্তিত্বৰ কথা আছে। সেয়ে বহু উদ্যমী তৰুণৰ চ'ত সোমোৱাৰ পৰা জেঠৰ শেষলৈকে ব'হাগ বিহুৰ নামত বিহু সন্মিলন, প্ৰীতি সন্মিলন, ব'হাগী মেলা, ব'হাগী আদৰণি আদিৰ লগতে সসন্মানে ব'হাগী বিদায় দিয়ালৈকে অজস্ৰ কামৰ মাজত আন কোনো কামৰ বাবে সময় নাথাকেগৈ। ব'হাগ বিহুৰ ঋতুকালীন বসন্ত সংবাদতকৈ চহৰীয়া মঞ্চৰ ঢোল-পেঁপাই জেঠৰ শেহলৈকে জনমূৰি আয়ৰ ক্ষেত্ৰত দেশৰ অন্যান্য অংশলৈকে দুখলগাকৈ পিছপৰা অসমীয়াৰ সময়বোৰ কুটি কুটি খায়। বিনন্দীয়া প্ৰকৃতিৰ বসন্ত উৎসৱ জেঠৰ বাৰ খৰৰ মাজতো চলি থাকে। সৰুতে কিতাপত পঢ়া অসমীয়াৰ বিহু তিনিটা— ব'হাগ বিহু, মাঘ বিহু আৰু কাতি বিহুৰ লগত পুহ বিহু, চ'ত বিহু, জেঠ বিহু, আহাৰ বিহুও নতুনকৈ এই দশকত সংযোজিত হ'ল। (পাঠ্যপুথি প্ৰণয়ন কৰা গুৰুসকল— কথাটো মন কৰক!) কাৰণ, আমাৰ হাতত অফুৰন্ত সময়; বিহু আমাৰ জাতীয় উৎসৱ। এইদৰে বিহু নাপাতিলে অসমীয়াৰ অস্তিত্বই নাথাকিবগৈ দেখোন।

কথা হ'ল, ঋতুকালীন এই উৎসৱ দেশৰ অন্যান্য অংশতো বেলেগ বেলেগ নামেৰে পালন কৰা হয়। ভাৰতীয় কেলেণ্ডাৰৰ নতুন বছৰ বহু অংশতে ব'হাগতে

আৰম্ভ হয়। মাঘত মকৰ সংক্ৰান্তি বেলেগ বেলেগ ৰূপত দেশৰ বহু অংশতে অগ্নিপূজা, তিলযুক্ত খাদ্য আদিৰে পালন কৰা হয়। কিন্তু এনে উৎসৱ একেবাৰে হিচাপত, নিৰ্দিষ্ট সময়ত, নিৰ্দিষ্ট তাৰিখতহে পালন কৰা হয়। ধৰি ল'লো, যিহেতু বিহু আমাৰ একমাত্ৰ জাতীয় উৎসৱ, সেয়ে এনে উৎসৱ আমি কিছুদিন ধৰি পাতিম। কিন্তু সকলোৰে এটা সীমা থকা উচিত। জেঠ মাহৰ পুৰা বা ব'হাগৰ শেষৰ সপ্তাহৰ পুৰা অফিচ-কাছাৰী, স্কুললৈ যাবলগাজনে পুৰা দহ বজাৰ পৰা আৰম্ভ হ'বলগা বিহু পতাকা উত্তোলন কাৰ্যসূচীলৈ যাব নোৱাৰে। সংসাৰৰ টেনশ্যন, জ্বালা-যন্ত্ৰণাৰ মাজত জেঠুৱা বিহুৰ ঢোলৰ মাতে নিশ্চিতভাৱে বিৰক্তিৰ সৃষ্টি কৰে। কাৰণ, ঢোল-পেঁপা, গগনাৰ শব্দই বসন্তৰ আনন্দ সংবাদ কঢ়িয়াই আনে— বসন্তৰ ঋতুকালীন অনুভূতি অবিহনে ঢোলৰ শব্দই কোনো আৱেদনৰ সৃষ্টি নকৰে। সিদিনা গুৱাহাটীৰ কোনোবা বিহু সন্মিলনৰ উদ্বোধনী অনুষ্ঠানত বিহুগীতৰ ওজা খগেন মহন্তদেৱে আগৰ দিনত সাতবিহুৰ পাছত বিহু উৰুৱাৰ কথা কৈছে। মূলতঃ কৃষিভিত্তিক উৎসৱ ৰঙালী বিহু উৰুৱাৰ পাছত কৃষকে পথাৰত হাল জোৰে। নগৰীয়া সংস্থাৰ মেম্বৰসকলৰ হাল জোৰাৰ সমস্যা (!) নাথাকিল বুলিয়েই জেঠৰ বাৰ খৰতো ফটাঢোল বজাই থাকিব, তাৰতো মানে নাই। ইয়াৰ লগতে জেঠ-আহাৰৰ বিহুৰ আৰু এটা সমস্যা থাকে। সেয়া হ'ল চান্দাৰ সমস্যা। মানুহ একেখিনিয়েই। পাণদোকানী, কাপোৰৰ দোকানী, ব্যৱসায়ী একেখিনিয়েই, পিছে চান্দাৰ সীমা-সংখ্যা নাই। বহু সময়ত/বহু জেগাত বিহুৰ নামত চান্দা তোলা কথাটো বিভীষিকালৈ পৰিৱৰ্তিত হৈছে বুলি ক'লেও মিছা কোৱা নহ'ব। এনেস্থলত, সকলোৰে গ্ৰহণযোগ্য হোৱাকৈ, সকলোৱে আৰ্থিকভাৱে মনৰ আনন্দেৰে সহযোগ কৰিব পৰাকৈ ব'হাগৰ পোন্ধৰ দিনমানৰ ভিতৰতে বিহুটো সামৰিব নোৱাৰিনে?

চৰকাৰী বিভাগৰ উদ্যোগত বা জাতীয় সংগঠন বুলি দাবী কৰা সংস্থাসমূহৰ বেনাৰত অনুষ্ঠিত বিহু অনুষ্ঠানসমূহো সাতবিহুৰ ভিতৰত নহ'লেও ব'হাগৰ প্ৰথমটো পষেকৰ ভিতৰতে শেষ হোৱা ভাল। নাইবা এনে জাতীয় সংগঠন বা চৰকাৰৰ সাংস্কৃতিক বিভাগসমূহে বিহু কিমান দিনলৈকে পাতিব পাৰি সেই বিষয়েও ৰাইজক জনোৱা দৰকাৰ। আজিকালি বিহুনৃত্যও ব্যাকৰণৰ পৰিসীমালৈ অনা হৈছে। তেনেস্থলত ৰাজ্যখনৰ বুদ্ধিজীৱী, জাতীয় সংগঠনসমূহ বা পণ্ডিতসকলে জেঠৰ বাৰ খৰতো বসন্ত উৎসৱ পাতিব পাৰিনে নোৱাৰি, সেই বিষয়ে আলোচনা কৰা উচিত। কাৰণ, এনে অসংখ্য 'বিহু মেলা' ৰাইজৰ পৰা সংগৃহীত ধনেৰেহে পতা হয়। এনেবোৰ কাৰণতে একেখন চৌকিডিংগী পথাৰত তিনিখনকৈ বিহুৰ (**দৈনিক প্ৰতিক্ষণ**, ১৩/৪/০৮) প্ৰাসংগিকতাৰ কথাও আলোচিত হৈছে। এনেবোৰ বিহুত ৰাইজৰ স্বতঃস্ফূৰ্ত সহযোগ থাকেনে? নে পূৰ্বে ছপা কৰা চান্দাৰ ৰছিদৰ বিভীষিকা থাকে? তিক্ততা, সংশয় আৰু কষ্টোপাৰ্জিত ধন বাৰে বাৰে চান্দাৰ নামত দিবলগা বিৰক্তিকৰ অনুভৱৰ মাজত বজা বিহু ঢোলে কঢ়িয়াই আনিব পাৰেনে সম্প্ৰীতিৰ আনন্দ সংবাদ?

বিহু বিনন্দীয়া। বিহু সম্প্ৰীতিৰ অমল উৎসৱ। এনে আনন্দ উৎসৱৰ লগত প্ৰকৃতিৰ নিশ্চিত সংযোগ আছে। সেই কাৰণেই জেঠত কপৌফুল নুফুলে, পুহত বৰদৈচিলা মাকৰ ঘৰলৈ নাহে, ফাগুনৰ গছে পাত নসলায়। তেনেহ'লে প্ৰকৃতিৰ বিৰুদ্ধে গৈ পুহত বিহু কেছেটৰ উদ্দাম কোলাহল, ফাগুনত ভোগালী উৎসৱ বা জেঠত বসন্ত উৎসৱৰ কিবা অৰ্থ আছেনে? প্ৰকৃতিৰ সুকোমল আবেদন নথকা সময়ত প্ৰকৃতি উৎসৱৰ আয়োজনে হিয়া থৌকি-বাথৌ নলগায়, এনে অনুষ্ঠান হৈ পৰে যান্ত্ৰিক আনুষ্ঠানিকতাৰ চৰ্বিত-চৰ্বন।

চৌদিশে অসমীয়াৰ এই দুৰ্দশাৰ দিনত বাপতিসাহোন বিহুটো তিনিটায়েই হৈ থকা ভাল নেকি! নহ'লে পুহৰ পৰা জেঠলৈকে দেখোন বিহুৰ ছমহীয়া আনন্দ উৎসৱৰ মাজত কাম কৰিবলৈ সময়েই নেথাকিবগৈ। পুহ বিহু, মাঘ বিহু, চ'ত বিহু, ব'হাগ বিহু, জেঠ বিহু আদি জাকজমকতাৰে পালন কৰাৰ পাছত আন উৎসৱবোৰৰ লগতে বিভিন্ন বন্ধ উৎসৱৰ বাবেওতো আমি সময় দিব লাগিব!

অসমবাসীৰ বুকুৰ আপোন ৰঙালী বিহুটি তিক্ততাৰ উৎসৱলৈ পৰিৱৰ্তিত নহ'বলৈ সময় থাকোঁতেই বিজ্ঞজনে আগভাগ ল'লে সকলোৰে বাবেই মংগল হ'ব।

পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ১৪ মে'/২০০৮

# ৪|

## জুবিনৰ বন্ধুৱালি বনাম শিল্পীৰ সাধনা

কোনোবাই কৈছিল— সফলতাৰ অহংকাৰে হেনো বিফলতাৰ বাট মোকলায়। যিকোনো দিশত মানুহৰ নিৰৱচ্ছিন্ন সাধনাৰ ফলশ্ৰুতিত মুকলি হয় সফলতাৰ সৌভাগ্যৰ দুৱাৰ। খেনোৱে বাঞ্ছিত সফলতা লাভৰ বাবে বছৰৰ পিছত বছৰ কঠোৰ পৰিশ্ৰম কৰি যায়। জীৱনৰ শেষ সময়ত হয়তো কেতিয়াবা সফলতাৰ মুখ দেখে, খেনোৱে আকৌ সাফল্যৰ বিজয় ডংকা নুশুনাকৈয়েই এই সংসাৰৰ পৰা বিদায় লয়। সময়, সুবিধা, উপযুক্ত পৰিশ্ৰম আৰু সৌভাগ্যৰ ফলশ্ৰুতিত কোনো কোনোৱে বাঞ্ছিত সফলতা ভবাতকৈ বহু আগতেই লাভ কৰে। একেনিশাতে কোনোবা হৈ পৰে অপ্ৰতিৰোধ্য, সৰ্বজনপ্ৰিয় ষ্টাৰ। ৰাতিটোৰ ভিতৰতে সলনি হৈ যায় জীৱনশৈলী। বাছৰ কণ্ডাক্টৰ কৰি কোনোমতে টানি-টুনি সংসাৰ চলোৱাজন হৈ পৰে সুৰক্ষা বেষ্টনীৰ মাজত থাকিবলগীয়া জনপ্ৰিয় অভিনেতা, সংগীত সাধক অথবা কোনোবা ৰাজনৈতিক পদবীবিশিষ্ট ব্যক্তি। কিন্তু কিমানৰ বাবে এই সফলতা হৈ ৰয় যাউতিযুগীয়া? কিমান দিনলৈ এইসকল খ্যাতনামাই ধৰি ৰাখিব পাৰে সাফল্যৰ অশ্বমেধ ঘোঁৰা? যোৱা কেইটামান বছৰৰ

ভিতৰতে তথাকথিত বিভিন্ন প্ৰতিভাসন্ধানী ৰিয়েলিটি শ্ব'ৰ পৰা 'উৎপাদিত' কেইজন গীতিকাৰ-সুৰকাৰ বা গায়কে পাহৰাব পাৰিলে লতা, ৰফি, কিশোৰ কুমাৰ, মুকেশ, মহেন্দ্ৰ কাপুৰ, মান্না দে, সুৰাইয়া, নুৰজাহান আদিৰ যুগজয়ী আবেদন? অজস্ৰ 'নাচ বলিয়ে' জাতীয় অনুষ্ঠানে সৃষ্টি কৰিব পাৰিলেনে বৈজয়ন্তীমালা, হেমামালিনীৰ দৰে নৃত্যপটিয়সীৰ লয়লাস? তথাপি এনেবোৰ ৰিয়েলিটি শ্ব'ৰ পৰা বিভিন্ন বাণিজ্যিক কৌশলৰ বাবেই হওক বা কাৰোবাৰ নিজস্ব প্ৰতিভাৰ বাবেই হওক— খন্তেকৰ বাবে হ'লেও কোনোবা শিল্পী হৈ পৰে বিখ্যাত। লাখটকীয়া পুৰস্কাৰ, দৰ্শকৰ হাতচাপৰি আৰু গ্লেমাৰাছ শ্ব'বাজিৰ মাজত প্ৰতিভা, সফলতা একাকাৰ হৈ পৰে। কিন্তু দূৰৈত অকলশৰে বেদনাহত হৈ ৰৈ যায় সাধনা। সেই নীৰৱ-নিঃসংগ সাধনা— যাৰ অবিহনে সফলতা হৈ পৰে লেকামবিহীন ৰণুৱা ঘোঁৰা অথবা সাৰথিবিহীন গাণ্ডীৱধাৰীৰ যুদ্ধৰথ। জীৱনযুদ্ধৰ বিভিন্ন ক্ষেত্ৰত সফলতা লাভ কৰাটো কঠিন— এয়া সত্য। কিন্তু তাতোকৈ বহুগুণে কঠিন কষ্টোপাৰ্জিত সফলতাৰ নিৰৱচ্ছিন্নতা বজাই ৰখাটো। সফলতাৰ ধাৰাবাহিকতা বজাই ৰাখিব নোৱৰাৰ বাবেই আজিৰ হিৰ' কাইলৈ হৈ পৰে জিৰ'— অন্ততঃ পৃথিৱীৰ ইতিহাসৰ বহু ঘটনাই ইয়াকেই প্ৰতীয়মান কৰে।

ঠিক এইদৰে চাৰি ছেপ্টেম্বৰৰ নিশা এন ই টি ভিৰ 'ভয়চ অব অসম'ৰ চূড়ান্ত ৰাউণ্ডৰ লাইভ শ্ব'ত টি ভিৰ সন্মুখত বহি থকা দেশৰ হেজাৰ হেজাৰ সংগীতপ্ৰেমীৰ লগতে ষ্টেডিয়ামৰ অজস্ৰ দৰ্শকৰ আগত সাফল্যৰ অহংকাৰত মত্ত যুৱ সমাজৰ তথাকথিত 'হাৰ্টথ্ৰ'ব' জুবিন গাৰ্গ নামৰ গায়কজন হিৰ'ৰ পৰা জিৰ'লৈ পৰিৱৰ্তিত হৈ গ'ল। সুৰাৰ ৰাগীত আচ্ছন্ন জুবিনৰ ইমান দিনৰ সাধনা (?) মুহূৰ্তৰ বলিয়ালিৰ বাবে ধূলিসাৎ হৈ গ'ল। দেশৰ অন্যান্য অংশৰ পৰা অহা বিভিন্ন শিল্পী, গায়ক-গায়িকা আৰু বহু বিশিষ্ট ব্যক্তিৰ সন্মুখত অসমবাসীয়ে আকৌ এবাৰ লজ্জাত নতশিৰ কৰিবলগা হ'ল। মদৰ নিচা বা আসক্তিয়ে জুবিন গাৰ্গ নামৰ গায়কজনক য'লৈ নিয়ে নি থাকক— তাত আমাৰ ক'বলগীয়া একো নাই, সেয়া তেওঁৰ সম্পূৰ্ণ ব্যক্তিগত কথা, কিন্তু 'য়া আলি' গাই পৃথিৱী তালফাল লগোৱা গায়কজন (শিল্পী শব্দটো আমি ইচ্ছাকৃতভাৱে ব্যৱহাৰ কৰা নাই) আমাৰ অসম মুলুকৰ বুলি বুকু ফুলাই ফুৰা আমাৰবোৰৰ মান-সন্মান, ইজ্জত সেইজনাইযে একেনিশাই পানীত ডুবালে, সেয়াহে সকলোতকৈ ডাঙৰ কথা! কিছুদিনৰ আগতে টি ভিৰ পৰ্দাত কিবা এটা ৰিয়েলিটি শ্ব' চাইছিলো। এজন এজন সংগীত সাধকৰ লগত এগৰাকী এগৰাকী নতুন গায়ক-গায়িকা। প্ৰথম গুৰুৱে গায়— পিছত নতুন গৰাকীয়ে। আমাৰ বাতৰি কাকতত জুবিনে ৰাষ্ট্ৰীয় পৰ্যায়ৰ টি ভি চেনেলৰ ৰিয়েলিটি শ্ব'ত ভাগ ল'ব বুলি শুনি আগ্ৰহেৰে টি ভিৰ সন্মুখত বহিছিলো। যথা সময়ত জুবিন ওলাল। এটা গানো গালে। জুবিনৰ লগত থকা নৱাগতায়ো গালে। এইবাৰ আহিল বিচাৰকৰ মন্তব্যৰ পাল। গানৰ অ আ, ক খ নাজানিলেও আমি বুজিছিলো— বিখ্যাত এক গায়কৰ এক অবিস্মৰণীয় গান জুবিনে যেন কিছু বেসুৰাকৈ

গাইছে। আমাৰ অনুমানক সঠিক প্ৰমাণিত কৰি বিচাৰকৰ আসনৰ পৰা মহেশ ভাটে কৈ উঠিল— 'তুমি বহুত বেয়া গাইছা জুবিন, তোমাতকৈ তোমাৰ সহশিল্পী নৱাগতাই যথেষ্ট ভাল গাইছে।' আমাৰ লগতে দেশৰ অজস্ৰ জনতাকো স্তম্ভিত কৰি মহেশ ভাটে আকৌ কৈছিল— 'মোৰ বিশ্বাস হোৱা নাই যে মোৰ 'গেংষ্টাৰ'ত য়া আলি তুমিয়েই গাইছিলা। আৰু আজি প্ৰমাণিত হ'ল কেতিয়াবা কেতিয়াবা শিষ্যৰ প্ৰতিভাই গুৰুৰ প্ৰতিভাক চেৰাই যায়— অন্ততঃ আজিৰ নৱাগতাই এয়াই প্ৰমাণিত কৰিলে... ।' জুবিনৰ অনাকাংক্ষিত এই বিফলতাৰ পাছত শ্ব'টোৰ আৰু কি হ'লগৈ নাজানো, কাৰণ ইয়াৰ পিছৰ সপ্তাহবোৰত এই অনুষ্ঠানটো চাবলৈ আমি উৎসাহ হেৰুৱাই পেলাইছিলো। বাতৰি কাকতত মাজে মাজে জুবিনৰ অনুষ্ঠানক লৈ সৃষ্টি হোৱা বহু পয়মালৰ খবৰ পাওঁ— দুই এগৰাকী শিল্পী বন্ধুৰ পৰাও এনেবোৰ অনুষ্ঠানৰ সময়ত সৃষ্টি হোৱা তিক্ত পৰিস্থিতিৰ কথা শুনো। উপলব্ধি কৰোঁ দুখুনী অসম মাতৃৰ দুখনো কেতিয়া গুচিব। দুই এটা সন্তানে ক'ৰবাত কিবা এটা কৰি অকণমান উজ্জ্বল কৰেহে— দুদিনৰ পাছতে সুৰা, উচ্ছৃংখলতা আৰু খন্তেকীয়া সফলতাৰ মিছা আনন্দত মত্ত এইসকলৰ সফলতাত গৰাখহনীয়া আৰম্ভ হয়েই! শেষ হৈ যায় আমাৰ দৰে বহুত অনুৰাগীৰ সপোন। দুখ আৰু লজ্জাত নীৰৱ হৈ যায় দুখুনী মাতৃ!

এতিয়া কথা হ'ল, কেইটামান গান গাই প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিলে বুলিয়েই ৰাজহুৱা অনুষ্ঠান এটাত এইদৰে অশালীন ব্যৱহাৰ প্ৰদৰ্শন কৰি চূড়ান্ত উদ্ভণ্ডালিৰ পৰিচয় দিয়া এনেবোৰ তথাকথিত শিল্পীক সহ্য কৰি থাকি দেশখনৰ সংগীত অনুৰাগীসকলৰ মাজত কিমান দিনলৈ আমি আমাৰ নম্ৰতা প্ৰকাশ কৰি উদং হৈ থাকিম? ৰাজহুৱা অনুষ্ঠান এটাৰ মৰ্যাদা বুজি নোপোৱা এনে উতনুৱা শিল্পী (?)ৰ গান নুশুনিলে আমাৰ পেটলৈ ভাত নাযাব নেকি? প'ষ্ট মডাৰ্ণিজমৰ ধাৰণাত ধৰাশায়ী হোৱা কোনোবাই হয়তো ক'ব পাৰে যে পৃথিৱীৰ বহু ৰ'ক শ্ব' বা লাইভ শ্ব'ত বহু বিশ্ববিখ্যাত শিল্পীয়েও এনে কৰে— খুঁটাত ধৰি নাচে, মাইক্ৰফোনৰ মাউথপিচ ভাঙি পেলাওঁ যেন কৰে— অল্পবসনা নৃত্য পটিয়সীয়ে মঞ্চত বিশেষভাৱে নিৰ্মিত খুঁটাত শৰীৰৰ অংগ সঞ্চালন কৰি উদ্দাম উত্তেজক নৃত্য প্ৰদৰ্শন কৰে, তেতিয়া কাৰো চকুত নপৰে। আমাৰ জুবিন যেনিবা কোনোবা সুৰাত মগন ভয়াল ৰাতি ভুলতে এই খুঁটাকে সেই খুঁটা বুলি ওপৰত বিদ্যুৎ পৰিবাহী তাঁৰ থকা খুঁটাত উঠি আবোল-তাবোল গালেই, তাতেনো কি ডাঙৰ কথাটো হ'ল।

কিন্তু তেনেবোৰ ৰ'ক শ্ব বা লাইভ শ্ব'ৰ প্ৰদৰ্শনত তেনে শিল্পীয়ে যি কৰে সেয়া কেতিয়াও স্বতঃস্ফূৰ্ত বা নিচাসক্ত প্ৰদৰ্শন নহয়। এনেবোৰ অনুষ্ঠান পৰিৱেশনৰ আগত দস্তুৰমত যথেষ্ট দিন ধৰি তেওঁলোকে আখৰা কৰে, সংগীত বা নৃত্য প্ৰদৰ্শনৰ ব্যাকৰণ পাহৰি নাযায়। স্থান-কাল-পাত্ৰ অনুসৰিহে তেওঁলোকৰ অনুষ্ঠানৰ মাত্ৰা নিৰ্ভৰ হয়। 'বোম্বাই মাৰ্কা' শিল্পী বুলি আমি লেবেল মাৰিলেও যিকোনো লাইভ প্ৰদৰ্শনৰ আগতে

এনে প্ৰতিগৰাকী শিল্পীয়েই প্ৰতিটো খোজ মঞ্চত কিদৰে পেলাব তালৈকে আখৰা কৰে। জনপ্ৰিয়তাৰ শীৰ্ষত থাকিলেও অমিতাভ বচ্চনো নিৰ্দিষ্ট সময়ৰ আখৰাৰ অবিহনে ষ্টেজত অনুষ্ঠান পৰিৱেশন কৰিবলৈ নাযায়। এয়া অকল শিল্পীৰ সাধনাই নহয়— এয়া মঞ্চ, অনুষ্ঠান আৰু দৰ্শকলৈ শিল্পীৰ শ্ৰদ্ধাৰো প্ৰকাশ। কিছুদিনৰ আগতে মুম্বাইৰ এক অনুষ্ঠানৰ লাইভ শ্ব' চাইছিলো। প্ৰায় আঢ়ৈ ঘণ্টা ধৰি দৰ্শকক আশা ভোচলে, উষা মংগেশকাৰকে আদি কৰি বহুজন শিল্পীয়ে নিজৰ অনন্য প্ৰতিভাৰে মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। উদ্দাম নৃত্য পটিয়সীৰ নৃত্যানুষ্ঠানো আছিল। ঘড়ীৰ কাটাৰ লগত চলি থকা অনুষ্ঠান নিৰ্ধাৰিত সময়ত শেষো হৈছিল। কিন্তু এটা কথাই সেই অনুষ্ঠানটোৰ স্মৃতি যুগমীয়া কৰি ৰাখিলে আৰু সেয়া হ'ল অনুষ্ঠানৰ শেষত সমগ্ৰ অনুষ্ঠানটোৰ পৰিকাঠামো তৈয়াৰ কৰা যুৱ উদ্যোগীকেইজনক চিনাকি কৰি দিওঁতে ঘোষকে ক'লে— এই আঢ়ৈ ঘণ্টাৰ অনুষ্ঠানটোৰ বাবে সেইকেইজন উদ্যোক্তাই সম্পূৰ্ণ দুবছৰৰ পৰিকল্পনা আৰু গৱেষণাৰ প্ৰস্তুতি চলাইছিল। এয়াই সাধনা— শিল্পীৰ সাধনা আৰু সাফল্যৰ জখলাত যুগমীয়া স্থান দখল কৰাৰ প্ৰস্তুতিৰ কাহিনী। বহু বৰেণ্য শিল্পীক দেখিছোঁ— মঞ্চত অনুষ্ঠান পৰিৱেশনৰ আগতে বা কোনোবা পুৰস্কাৰ প্ৰদান অনুষ্ঠানত নিজৰ অনন্য প্ৰতিভাৰ বাবে পুৰস্কাৰ ল'বলৈ যাওঁতে মঞ্চলৈ উঠাৰ আগতে মঞ্চলৈ প্ৰণাম জনাই উঠে। এয়া কেৱল মঞ্চৰ অদৃশ্য ভগৱানলৈ জনোৱা শ্ৰদ্ধায়েই নহয়, এয়া নিজৰ কৰ্ম মন্দিৰলৈ প্ৰকাশ কৰা শ্ৰদ্ধাৰ বিনম্ৰ প্ৰকাশ। সুৰে-বেসুৰে এসোপা গান গায়েই সফলতাৰ চূড়ান্ত শিখৰত অৱস্থান কৰিলো বুলি ভবা জুবিনে হয়তো এই সংস্কৃতি পাহৰিয়েই গ'ল। কিন্তু সুৰৰ সাধনা কৰা বা সংস্কৃতিৰ পথাৰত খোজ দিয়া কোনোজনে এই কথা পাহৰা উচিত নহয় যে সাফল্যৰ ঐশ্বৰ্যৰে বৰপেৰা চম্ভালি ৰাখিব নোৱৰাৰ বাবেই এসময়ৰ বহু জনপ্ৰিয় অভিনেতা-অভিনেত্ৰী বা গায়ক-গায়িকা আজি পাহৰণিৰ গৰ্ভত। কিন্তু ইয়াৰ মাজতে বহুজনে নিজৰ অনন্য প্ৰতিভা আৰু নিৰৱচ্ছিন্ন সাধনা তথা নিজৰ কৰ্মৰ প্ৰতি থকা অবিচল শ্ৰদ্ধাৰ বাবে, নিজৰ নিজৰ কৰ্মক্ষেত্ৰত স্থায়ী হৈ ৰৈছে— এক উজ্জ্বল নক্ষত্ৰৰ দৰে। জনপ্ৰিয়তাৰ টৌ বৰ খন্তেকীয়া— এই টৌত উটি গ'লে কোনোবা অচিন বালিচৰত পৰিবলৈ বেছি দেৰি নালাগে। কথাবিলাক ভাবি চাব পৰা বোধশক্তি থকাজনেহে সফলতাৰ জখলাত ক্ৰমাগতভাৱে চিৰদিন উঠি থাকিবলৈ সক্ষম হয়।

প্ৰতিজন শিল্পীৰ বাবেই মঞ্চ এক পৱিত্ৰ মন্দিৰ। সুৰাসক্ত অথবা নিচাগ্ৰস্ত কোনোবা তথাকথিত শিল্পীৰ খুঁটাত উঠি গান গাবলৈ মন গ'লে সহস্ৰ জনগণে আশাৰ দৃষ্টিৰে চাই থকা মঞ্চখন এই কাৰ্যত ব্যৱহাৰ নকৰি ৰাজপথত থকা অসংখ্য বিদ্যুতৰ খুঁটাত উঠি গালেই হ'ল। উদ্দেশ্যৰ সততা আৰু কৰ্মত পৱিত্ৰতা থাকিলে জনতাই সেয়াও হয়তো আদৰি ল'ব।

সুৰাৰ ৰাগীত আচ্ছন্ন তৰুণ প্ৰজন্মৰ বহু শিল্পী-অশিল্পীয়ে বহু ৰাজহুৱা অনুষ্ঠানৰ মৰ্যাদা হানি কৰাৰ খবৰ আজিকালি সঘনাই প্ৰকাশ হোৱা দেখিছোঁ। 'ভয়চ অৱ অসম'ৰ

ফাইনেল ৰাউণ্ডৰ অনুষ্ঠানত সংঘটিত চূড়ান্ত দুৰ্ভাগ্যজনক ঘটনাৰ পুনৰাবৃত্তি ৰোধ কৰাৰ ক্ষেত্ৰত সংশ্লিষ্ট আয়োজকসকলে শিল্পী নিৰ্বাচনত কঠোৰ সিদ্ধান্ত লোৱাৰ সময় আহি পৰিছে। নহ'লে অদূৰ ভৱিষ্যতে মঞ্চত অস্থায়ী সুদৃশ্য বাৰৰ ব্যৱস্থা নাথাকিলে এই জাতীয় শিল্পীয়ে অনুষ্ঠান পৰিৱেশন নকৰো বুলি দৰদাম কৰিবলৈকো হয়তো কুণ্ঠাবোধ নকৰিব।

পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ১৫ আগষ্ট/২০০৮

# ৫।

# দুই বজাৰ মিটিংখন

সৰুতে হাতৰ আখৰৰ শ্ৰেণীত লিখিবলৈ দিছিল— 'সময় অমূল্য ধন'। আজিকালিৰ প্ৰাথমিক শ্ৰেণীসমূহত হাতৰ আখৰৰ অনুশীলন কৰোৱা হয়নে নহয় নাজানো। খুব সম্ভৱ হয়। একেটা বাক্যকে তিনি-চাৰিবাৰ ভাল হাতৰ আখৰেৰে লিখোঁতে লিখোঁতে বাক্যটো মনত বৈ যায়। কিছুমান সোণসেৰীয়া নীতিশিক্ষাযুক্ত বাক্যই কুমলীয়া মনবোৰত সাঁচ বহুৱাই যায়। জীৱন গঢ়াৰ বাটত পোহৰ দেখুৱায়। কেইবাটাও দশকৰ আগতে দিস্তা কাগজৰ বহীত কাঠ পেঞ্চিলেৰে লিখা 'সময় অমূল্য ধন' বোলা বাক্যশাৰী আজিও যে পুৰণা হোৱা নাই! গ্ল'বেলাইজেশ্যন, প্ৰতিযোগিতা বা জীৱন যুঁজত আগবাঢ়ি থাকিবলগা জনৰ বাবে সময়তকৈ মূল্যবান আৰু একো নাই। সেয়ে কথিত আছে— 'এক ছেকেণ্ডৰ ষাঠি ভাগৰ এভাগৰ মূল্য কিমান, অলিম্পিকৰ দৌৰ প্ৰতিযোগিতাত দ্বিতীয় স্থানপ্ৰাপ্তজনক সোধা ...', ঠিক তেনেকুৱা কথা।

কিছুদিনৰ আগতে কেইজনমান যুৱক আহিছিল। স্থানীয় জিলা পুথিভঁড়াল প্ৰেক্ষাগৃহত ড° ভবেন্দ্ৰনাথ শইকীয়াদেৱৰ সোঁৱৰণত নাট্য সন্ধিয়া পাতিব। এই সংক্ৰান্তত কিছু

কথা-বতৰা পাতিব! নাটকৰ বিভিন্ন পৰীক্ষা-নিৰীক্ষাক লৈ ব্যস্ত থকা যুবককেইজনৰ লগত কথা পাতি ভাল লাগিছিল। এটা দিশত তেওঁলোক কঠোৰ আছিল— সেয়া অনুষ্ঠান আৰম্ভণিৰ সময়। তেওঁলোকে কৈছিল— এজন দৰ্শক হ'লেও ঠিক সন্ধিয়া ছয় বাজি পাঁচ মিনিটত তেওঁলোকে অনুষ্ঠান আৰম্ভ কৰিব। কৰিলেও, আৰু যোৱা দুই-তিনিটা বছৰে ঠিক একেদৰে এওঁলোকে নিৰ্ধাৰিত সময়তেই অনুষ্ঠান পাতি আহিছে। সন্ধিয়া ছয় বজাত হ'ব বুলি ঘোষণা কৰা কাৰ্যসূচী নিশা আঠ বজালৈকে অনুষ্ঠিত নোহোৱা দেশত এয়া অকণমান হ'লেও আশাৰ ৰেঙণি!

পিছে সৰহ সংখ্যক ক্ষেত্ৰতে নিৰ্দিষ্ট সময়ত যিকোনো অনুষ্ঠানৰ কাৰ্যসূচী আৰম্ভ নহয়গৈ। এয়া নহয় যে উদ্যোক্তাসকলে সময়মতে অনুষ্ঠানটো আৰম্ভ হোৱাটো নিবিচাৰে। পিছে বিভিন্ন আনুষংগিক সমস্যাৰ বাবে কামবোৰ সময়মতে নহয়গৈ। দুই বজাত অনুষ্ঠিত হ'বলগা সভাখনৰ বাবে বিশিষ্ট অতিথি, নিৰ্দিষ্ট বক্তা, সভাপতি আদি সকলো আহি পালেহি। পিছে সভাগৃহৰ এশখন চকীৰ দহখনেইযে ভৰ্তি হোৱা নাই। দুপৰীয়া ভাত-পানী খাই সচৰাচৰ সকলো মিটিঙেই নিৰ্দিষ্ট সময়ত আৰম্ভ নহয় বুলি স্বতঃসিদ্ধ সিদ্ধান্ত লোৱা আমিবোৰ অলপ লাহে-ধীৰে যোৱাৰেই পক্ষপাতী। তেনেস্থলত নিৰ্দিষ্ট সময়ত সভা আৰম্ভ হয় কেনেকৈ? এজন-দুজনকৈ ৰাইজ গোট খায়গৈ মানে কেতিয়াবা আবেলিৰ ৰান্ধনি বেলি লহিয়াবৰে হয়গৈ! কেতিয়াবা আকৌ ৰাইজো গোট খালে, সভাপতিও আহিল, ৰাইজৰ আগত দুষাৰ ক'ম বুলি সাজু হৈ অহা নিৰ্দিষ্ট বক্তাও পালেহি, পিছে বিশিষ্ট অতিথি নাপায়।ইহে নাপায়হি। সভাখন অনুষ্ঠিতই হৈছে বিশিষ্ট অতিথিৰ আগমনক কেন্দ্ৰ কৰি। আমন্ত্ৰিত বিশিষ্ট অতিথি যদি ৰাজনৈতিক পদবীধাৰী বিশিষ্ট ব্যক্তি হয়, তেনে ক্ষেত্ৰত সভাপতি, বিশিষ্ট অতিথি, নিৰ্দিষ্ট বক্তা তথা ৰাইজ উপস্থিত থাকিলেও, এনে আমন্ত্ৰিত অতিথি আহি নোপোৱালৈকে সভা আৰম্ভ বহুক্ষেত্ৰতেই কৰা নহয়।

বহুক্ষেত্ৰত সৰু-সুৰা সভা-সমিতি, আলোচনা আদিত উপস্থিত থাকিবলগীয়া ব্যক্তিকেইজনৰ অনুপস্থিতিৰ বাবেও সময়মতে অনুষ্ঠান আৰম্ভ নহয়। বহু আগতীয়াকৈ জনোৱা সত্ত্বেও সিদিনাই আকৌ কাৰোবাৰ ঘৰলৈ আলহী আহে, কাৰোবাৰ ঘৰত ছিলিগুৰিত গেছ শেষ হয়, কোনোবা ট্ৰেফিক জামত 'ফচে'! পিছে এই জাতীয় তথাকথিত অসুবিধাবোৰ সামান্য উপযুক্ত পৰিকল্পনাৰ দ্বাৰা সমাধান কৰিবও পৰা যায়। আগতেই কৈ আহিছোঁ, সময় অমূল্য ধন আৰু সময়ৰ মূল্য সকলোৰে বাবেই সমান। এইযে সময়ৰ মূল্যক প্ৰাধান্য দিয়াকেইজন নিৰ্দিষ্ট সময়ত সভাখন হ'ব বুলি দহ মিনিট আগৰে পৰাই সম্ভাব্য সকলো প্ৰস্তুতিৰে, ব্যক্তিগত সমস্যাবোৰ আওকাণ কৰি বা উপযুক্ত পৰিকল্পনাৰে এনে সমস্যাবোৰ আগতীয়াকৈ সমাধান কৰি সভাগৃহত উপস্থিত থাকে, কোনোবা বিশেষ ব্যক্তি বা কেইজনমান বিষয়ববীয়াৰ অনুপস্থিতিৰ বাবে সভাখন নিৰ্দিষ্ট সময়ত আৰম্ভ নহ'লে, এওঁলোকৰোতো অসুবিধা হ'ব পাৰে!

সভাৰ পিছত কৰিম বুলি থোৱা আন বহুতো কামত খেলিমেলি লাগিব পাৰে। নিৰ্দিষ্ট সময়ত সভাখন আৰম্ভ হৈ নিৰ্দিষ্ট সময়ত শেষ হ'লে কাৰোৱে সমস্যা নাথাকে। পিছে কিছুমান সভা বা আলোচনাৰ ক্ষেত্ৰত চাবচোন— সৰ্বসাধাৰণতে দেৰীকৈ সভা আৰম্ভ হয়েই বুলি নিজৰ সময়মতে সভালৈ যোৱাজনো কেতিয়াবা কেতিয়াবা সভা আৰম্ভ হোৱাৰো বহু আগতেই সভাগৃহত উপস্থিত হয়গৈ। সাধাৰণতে মন্ত্ৰী বা উচ্চপদস্থ বিষয়াৰ দ্বাৰা আহ্বান কৰা এনে জাতীয় সভাত সকলোৱেই কিন্তু সঠিক সময়তেই বা তাৰো আগতেই সভাগৃহত আসন গ্ৰহণ কৰেগৈ। ইয়াৰ অৰ্থ এটাই যে ইচ্ছা কৰিলে বা সম্ভাব্য সমস্যাৰ কথা থাকিলে আমি একেখিনি মানুহেই সময়মতেই যিকোনো অনুষ্ঠানত যোগদান কৰিব পাৰোঁ। তেনেহ'লে সকলো ক্ষেত্ৰতে আমি এয়া নকৰো কিয়? কিয় আমি স্বতঃসিদ্ধান্ত লৈ পেলাওঁ যে (শাস্তিমূলক ব্যৱস্থাৰ কথা নথকাৰ ক্ষেত্ৰত) সভাখন দেৰীকৈ আৰম্ভ হ'বই— আমিবোৰ লাহে লাহে গ'লেও হ'ব?

সভা আৰম্ভ হোৱা সময়ৰ যিদৰে মূল্য আছে, একেদৰে সময়মতে সভা শেষ কৰাৰ মূল্যও অপৰিসীম। ক'ৰ্পৰেট খণ্ডৰ, উচ্চপদস্থ বিষয়ৰ বা ব্যক্তিগত খণ্ডৰ বিভিন্ন উদ্যোগত বিভিন্ন কাৰ্যসূচী ৰূপায়ণ, পৰিকল্পনা বা অন্যান্য বহু বিষয়ত বহু সভা-সমিতি, আলোচনা আদি অনুষ্ঠিত হয়। পিছে এনেবোৰ ক্ষেত্ৰত সভা আৰম্ভ হোৱাৰ সময় যিদৰে নিৰ্দিষ্ট থাকে, একেদৰে সভা নিৰ্দিষ্ট সময়ত শেষ কৰাতো অত্যাধিক গুৰুত্ব প্ৰদান কৰা হয়। এনেবোৰ সভাত কোনো ক্ষেত্ৰতেই অনৰ্থক আলোচনাক উৎসাহ দিয়া নহয়, নিৰ্দিষ্ট বিষয়ত সংশ্লিষ্ট সকলোৱে লিখিত মন্তব্য বা দৃশ্য-শ্ৰাব্য উপস্থাপনতহে গুৰুত্ব প্ৰদান কৰা হয়। ফলস্বৰূপে নিৰ্দিষ্ট সময়ৰ ভিতৰতেই বহু গুৰুত্বপূৰ্ণ সিদ্ধান্তও ল'ব পৰা যায়।

আমাৰ সচৰাচৰ সভা-সমিতিবোৰত দেখা যায়, সভা এখন আহ্বান কৰাৰ পাছত (ইয়াত সভা মানে আলোচনাচক্ৰ, ছেমিনাৰ, ৰাজহুৱা সভা, সকলোকে ধৰা হৈছে।) সভাপতি-সম্পাদক বা আহ্বায়ককেইজনৰ সভাৰ আগদিনাৰ পৰাই সভাখনত মানুহ হ'বনে নাই, বিশিষ্ট অতিথিসকল আহিবনে নাই, নিৰ্দিষ্ট সময়ত নহ'লেও এঘণ্টা পাছত হ'লেও সভাখন আৰম্ভ কৰি সুকলমে শেষ কৰিব পৰা যাবনে নাই, ডেৰশজন অতিথিৰ বাবে আয়োজন কৰা নৈশভোজৰ খাদ্যসমূহৰ বাবে অন্ততঃ এশজন হ'লেও উপস্থিত থাকিবনে নাই— এনে হাজাৰ চিন্তাই পেটৰ ভোক, চকুৰ টোপনি হৰণ কৰে। মাতিছে যেতিয়া আমিতো নিৰ্দিষ্ট সময়ত যাবহে লাগে! তথাপি শতকৰা এশভাগ সভা-সমিতিতেই নিৰ্দিষ্ট সময়ত শতকৰা এশভাগ নিমন্ত্ৰিত অতিথি উপস্থিত নহয়গৈ। এয়া 'নিপাতনে সিদ্ধ' বুলি আমি সময়ক মূল্য দিব নজনাৰ ফল। এনেবোৰ কাৰণতে আমাৰ দুই-এজন বিশিষ্ট সাহিত্যিকে অমূল্য সময়কণ বচোৱাৰ স্বাৰ্থত মেলে-মিটিঙে যোগদান পৰাপক্ষত নকৰে বুলি বিভিন্ন কাকত-আলোচনীত সবিস্তাৰে লিখি গৈছে।

নিৰ্দিষ্ট সময়ত কামবোৰ নহ'লেও কোনো অভিযোগ নথকা আমাৰ এনে স্বভাৱৰ

সুযোগ আনে কিদৰে লৈছে চাওকচোন! দিল্লীৰ পৰা গুৱাহাটী/ডিব্ৰুগড়লৈ অহা বা কলকাতাৰ পৰা ডিব্ৰুগড়লৈ অহা বিমানকেইখন সদায় (বেছিভাগ ক্ষেত্ৰতে) পলমকৈ আহে, পলমকৈ যায়। উত্তৰ-পূৰ্বাঞ্চললৈ অহা ৰে'লগাড়ীকেইখনৰ ঘড়ীটো প্ৰায়েই চৌব্বিশ ঘণ্টা পলমকৈ চলে। বিমান বন্দৰত এইফালে আহিবলগীয়া বিমানৰ টিকট লৈ 'ফ্লাইট ডিলেইড়'ৰ ঘোষণা শুনি বহি থাকোঁতে দেশৰ বাকী অংশলৈ অহা-যোৱা কৰা বিমানৰ 'অন টাইম' ঘোষণাবোৰ শুনি ছট্‌ফটাই থাকিবলগা হয়। কেতিয়াবা সেইবোৰ ছেক্টৰৰ বিমান ঘণ্টা-দুঘণ্টা পলম হ'লে বিমান বন্দৰত সেইবোৰ অঞ্চলৰ যাত্ৰীয়ে কৰা হুলস্থূলো প্ৰত্যক্ষ কৰিছোঁ। আমাৰ পিছে নাই— সময়ৰো মূল্য নাই, দেৰী হ'লেও ক্ষোভ নাই, প্ৰতিবাদো নাই। আমাৰ কামবোৰটো লাহে লাহেই হয়! সেয়ে হয়তো অসমলৈ বুলি দিয়া প্ৰকল্পবোৰৰ কামবোৰো লাহে লাহেই হয়। তদানীন্তন প্ৰধানমন্ত্ৰীয়ে দুহেজাৰ ছয় বা আঠৰ ভিতৰত সম্পূৰ্ণ হ'ব বুলি উদ্বোধন কৰা বগীবিলৰ দলংখন দুহেজাৰ বাৰত হ'লেও আমাৰ আপত্তি নাই। দুহেজাৰ বাৰত হ'ব বুলি ঘোষণা কৰা গেছ ক্ৰেকাৰ প্ৰকল্প দুহেজাৰ বিশত হ'লেও কোনো কথা নাই, প্ৰচুৰ যান-জঁটত 'ফচি' থাকিলেও নিৰ্মাণ হৈ থকা ফ্লাই অভাৰখনৰ শামুকীয়া গতিৰ নিৰ্মাণকাৰ্য দেখিলেও টেনশ্যন নাই — হ'ব নহয়, এদিন নহয় এদিন হ'বগৈয়ে! বানপানী বছৰেকীয়া উৎসৱ, কৌটিকলীয়া মথাউৰিকেইটা মেৰামতি বা পুনৰ নিৰ্মাণৰ খবৰ ওলায়, পিছে কেতিয়া হ'বগৈ— নাই খবৰো নাই, প্ৰয়োজনো নাই! হাঁহেৰেও ৰাজী, মাহেৰেও ৰাজী!

কিন্তু কথাবোৰ এনেকৈ এৰি দিলে হ'ব জানো? কৰ্ণাটক, মুম্বাই, দিল্লীত যদি ৰাজহুৱা প্ৰকল্প এটা সংশ্লিষ্ট পক্ষই নিৰ্ধাৰিত সময়তকৈ আগতেই শেষ কৰি ৰাইজলৈ এৰি দিব পাৰে, ইয়াত কিয় নোৱাৰে? উৱলি যোৱা নগৰ-চহৰৰ ৰাস্তাবোৰ, প্ৰকাণ্ড গাঁতেৰে ভৰা ৰাষ্ট্ৰীয় ঘাইপথৰ অংশবোৰ মেৰামতি বা পুনৰ নিৰ্মাণ হওঁতে বছৰৰ পিছত বছৰ পাৰ হৈ যায় কিয়? কোনোবা চৰকাৰী-বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানৰ ফাইলতে কিয় বছৰ বছৰ ধৰি আবদ্ধ হৈ ৰয় উন্নয়ন/উদ্যোগীকৰণৰ সোণালী সপোন?

কামবোৰ আমি প্ৰথমে নিজৰ পৰাই আৰম্ভ কৰিব লাগিব। দুই বজাত আৰম্ভ হ'বলগীয়া সভাখন ঠিক দুই বজাতে আৰম্ভ কৰাৰ কঠোৰ মানসিক অনুশীলন আৰু অনুশাসনেৰে, সকলো কাম সম্পন্ন কৰাৰ সিদ্ধান্ত ল'ব লাগিব। নিজে সময় মানি নচলাজনে আনক সময়ৰ কথা ক'বলৈ গ'লে কোনোবাই মানিব জানো? 'টাইম মেনেজমেণ্ট' আজিকালি অতিব্যস্ত জগতৰ সফল লোকসকলৰ সফলতাৰ এক অন্যতম সঁচাৰ কাঠী। নিজৰ সময়খিনি সঠিককৈ ব্যৱহাৰ কৰিব নাজানিলেই আৰম্ভ হয় সকলো দিশতে পয়মাল। কাৰ্যালয় পাওঁতে দেৰী হয়, স্কুল বাছখন 'মিছ' হয়, গেছৰ দোকানৰ কিউত সৰ্বশেষত থিয় হ'বলগা হয়, নিৰ্দিষ্ট সময়ত যিকোনো কাৰ্যসূচীত উপস্থিত হওঁতে পলম হয় আৰু কি যে নহয়! পৃথিৱীৰ প্ৰায় সকলো দেশতে আঠ বজাৰ বাছখন দুই/তিনি মিনিট আগত আহিলেও এক মিনিটো পাছত নাহে। সময়ৰ টিকনিৰ

আগফালে চলিবলৈ শিকা এইবোৰ মানুহ সফলতাৰ জখলাত উঠি মঙ্গল গ্ৰহ পাবলৈয়ো হয়তো বেছিদিন নাই! আমিবোৰে যদি জীৱনৰ সৰু সৰু কামবোৰো সময়ৰ হাতত ধৰি কৰিব নোৱাৰো— আমাৰ বাবে যিকোনো কামৰ কাৰণে সময় কম হ'বই।

নিৰ্দিষ্ট কাম নিৰ্ধাৰিত সময়ত শেষ কৰাটোহে দক্ষতা আৰু আজিৰ পৃথিৱীত দক্ষ আৰু পাৰদৰ্শী লোকৰ বাবে আকাশৰ জোনটোও আঁজুৰি অনাটো সম্ভৱ!

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিক্ষণ, ২ ছেপ্টেম্বৰ/২০০৮

# ৬।

## ৰোগী বনাম চিকিৎসক সন্দেহ আৰু সংশয়

বহুদিনৰ আগৰ কথা। বিশাল এটা জনবসতিপূৰ্ণ অঞ্চলৰ সকলো মানুহক সামৰি এখনেই মাত্ৰ হাস্পতাল আছিল। নাৰ্ছিংহোমৰ কথাটো উন্নত চহৰ দুই-এখনৰ বাদে আন অঞ্চলত সপোনৰো অগোচৰ আছিল। চৰকাৰী হাস্পতালখনত বিশেষ সা-সুবিধা আজিকালিৰ দৰে নাছিল। ডাক্তৰো এজনেই। দৰবজাতিও সিমান নাথাকে। ৰঙা-নীলা মিক্সাৰৰ বটল এটাৰ লগতে কাগজত বান্ধি দিয়া কেইটামান খোলা টেবলেটেৰেও চিকিৎসা চলে। ডাক্তৰ আৰু চিকিৎসা, দুয়োটালৈ থকা অকুণ্ঠ বিশ্বাস তথা বিভিন্ন আনুষংগিক কথাৰ বাবে বহু ৰোগী ভাল হয়। ভাল নোহোৱা দুই-এজন আকৌ আছে। সমাজত চিকিৎসালয়খনৰ ডাক্তৰজনৰ যথেষ্ট সন্মান থাকে, মেলে-মিটিঙে আগস্থান পায়। ডাক্তৰজনে হাস্পতালতো ৰোগী চায়, ঘৰতো চায় আৰু প্ৰয়োজন সাপেক্ষে ৰোগীৰ ঘৰলৈ গৈয়ো চিকিৎসা কৰে। উন্নত চিকিৎসাৰ প্ৰয়োজন হ'লেও সা-সুবিধা নথকা ৰোগীৰ বাবে এই ডাক্তৰজনেই আছিল শেষ ভৰসা। আজিকালিৰ দৰে ৰমক-জমক নহ'লেও চিকিৎসালয়সমূহৰ পৰিৱেশো

আছিল গহীন-গম্ভীৰ। কোনোবা অসন্তুষ্ট ৰোগীয়ে চিকিৎসকতো বাদেই, চিকিৎসালয়ৰ আন কৰ্মীকো বেয়া ব্যৱহাৰ কৰাৰ কথা ভাবিবই পৰা নাছিল। সমাজত চিকিৎসকজনৰ ভাবমূৰ্তিয়ে অঞ্চলটোৰ মেধাবী ছাত্ৰ-ছাত্ৰীবোৰক ভৱিষ্যতে এজন এজন সফল চিকিৎসক হোৱাৰ সপোন দেখাত সহায় কৰিছিল। এনে সপোনৰ লগত তেতিয়া কিন্তু আৰ্থিক লাভালাভৰ কথা জড়িত নাছিল। অৱশ্যে কথাবোৰ আজিকালি আগৰ নিচিনা হৈ থকা নাই। ৰোগী আৰু চিকিৎসকৰ মাজৰ পৰম্পৰাগত সম্পৰ্কৰ পবিত্ৰতা তথা পৰস্পৰৰ প্ৰতি থকা বিশ্বাস আৰু সম্ভ্ৰমত ক'ৰবাত যেন যতি পৰিছে। আজিকালি দুই-তিনি বছৰমানৰ পৰা সন্দেহজনক চিকিৎসা বিভ্ৰাট সম্পৰ্কীয় কিছুমান বাতৰি আৰু নিয়মিতভাৱে চিকিৎসক নিগ্ৰহ তথা উন্মত্ত জনতাৰ দ্বাৰা ব্যক্তিগত বা চৰকাৰী চিকিৎসালয়ৰ ক্ষতিসাধন জাতীয় খবৰবোৰে এনে এক অশুভ ইংগিতেই বহন কৰিছে। এনেবোৰ বাতৰিৰ পৰা এটা কথা স্পষ্ট হয় যে চিকিৎসকৰ ভাবমূৰ্তি ৰোগী বা ৰোগীৰ অভিভাৱকৰ মাজত আগৰ দৰে হৈ থকা নাই। বহুক্ষেত্ৰত ৰোগী আৰু চিকিৎসকৰ সম্পৰ্কই এক তিক্ত আৰু অসন্মানজনক মেৰুত অৱস্থান লৈছে। কিন্তু এনে পৰিৱেশে কাক লাভৱান কৰিব? ৰোগীক, চিকিৎসকক নে আন কাৰোবাক। কথাবোৰৰ এক নিৰ্মোহ বিশ্লেষণৰ প্ৰয়োজন হৈ পৰিছে।

ৰোগী আৰু চিকিৎসকৰ সম্পৰ্কৰ কথা আলোচনা কৰিবলৈ যাওঁতে প্ৰথমেই আহোঁ ৰোগীৰ কথালৈ। এজন ৰোগীয়ে চিকিৎসকৰ পৰা কি বিচাৰে? সৌহাৰ্দ্যপূৰ্ণ ব্যৱহাৰ, ৰোগীক প্ৰদান কৰা নিষ্ঠাপূৰ্ণ সময় আৰু প্ৰকৃত চিকিৎসা, ৰোগীৰ সংকটপূৰ্ণ সময়ত চিকিৎসা কৰা চিকিৎসকজনৰ কায়িক উপস্থিতি তথা ৰোগীক সুস্থ কৰি তুলিবলৈ কৰা আন্তৰিকতাপূৰ্ণ প্ৰচেষ্টা, নিজৰ ক্ষমতাৰ বাহিৰৰ ৰোগীক সততাৰে উপযুক্ত স্থান বা আন বিশেষজ্ঞৰ ওচৰলৈ প্ৰেৰণ কৰিব পৰা মানসিকতা, ৰোগীক গিণিপিগ নসজাই ৰোগীৰ বিষ-বেদনাৰ প্ৰতি আন্তৰিক সহমৰ্মিতাৰ প্ৰকাশ ইত্যাদি। এটা কথা সংশ্লিষ্ট সকলোৱে বুজা উচিত যে চিকিৎসাধীন হৈ থকা এজন ৰোগী বা ৰোগীৰ পৰিয়াল তথা আত্মীয়-স্বজন, সকলোৱে সংশ্লিষ্ট ৰোগীজনক লৈ দুখ, উদ্বেগ বা বিভিন্ন মানসিক টেনশ্যনৰ মাজত থাকিবলগীয়া হয়। তেনেক্ষেত্ৰত চিকিৎসকজনৰ এষাৰ মিঠা মাতে পৰিস্থিতি নিশ্চিতভাৱে সলাব পাৰে। এটা কথা সত্য যে ৰোগী বা ৰোগীৰ আত্মীয়-স্বজনৰ দৰে চিকিৎসকজনৰো বিভিন্ন ৰোগীৰ বিভিন্ন সমস্যা লৈ যথেষ্ট চিন্তা বা টেনশ্যন থাকে। সেয়ে বহুক্ষেত্ৰতে প্ৰতিজন ৰোগীকেই বিশেষজ্ঞজনৰ কায়িক উপস্থিতিৰে চিকিৎসা কৰা সম্ভৱ নহয়। বিশেষ ছিৰিয়াছ নহ'লে অনবৰতে বিছনাৰ কাষত চিকিৎসকজন ৰৈ থাকিব বুলি আশা কৰাও ভুল। তথাপি মানুহে আশা কৰে। যান্ত্ৰিক সমাজ ব্যৱস্থাত বাকী সকলো বৃত্তি বা প্ৰফেশ্যন যান্ত্ৰিক হৈ গ'লেও চিকিৎসা বৃত্তিত জড়িতসকলৰ যান্ত্ৰিকতা অকল্পনীয়। যদিও মানুহ হিচাপে ক'ৰবাত চিকিৎসকসকলো কেতিয়াবা যান্ত্ৰিকতাৰ চিকাৰ হয়— কিন্তু এনে সামান্য যান্ত্ৰিকতাই কাৰোবাৰ জীৱনলৈ কঢ়িয়াই

আনিব পাৰে অন্ধকাৰ। কথাষাৰ চিকিৎসা বৃত্তি লোৱা নতুনচাম পুৰুষে মনত ৰাখিলে ভাল হয়।

এইবাৰ আহোঁ ৰোগী আৰু চিকিৎসকৰ মাজৰ সন্দেহ আৰু সংশয় সৃষ্টি কৰিব পৰা ঘটনা কিছুমানৰ আলম লৈ প্ৰকাশিত বিভিন্ন বাতৰিৰ বিষয়লৈ। বাতৰি কাকতত আজিকালি সঘনাই পোৱা যায় সন্দেহজনক চিকিৎসা বিভ্ৰাটৰ বাবে চিকিৎসক নিগ্ৰহৰ ঘটনাৰ বাতৰি। যোৱা দুই-চাৰি সপ্তাহতে এনে তিনি-চাৰিটা ঘটনা বাতৰি কাকতত বিস্তৃতভাৱে প্ৰকাশ হৈছে। বহু মফচলীয় চহৰৰ বহু বিশিষ্ট চিকিৎসক এনে দুৰ্ভাগ্যজনক ঘটনাৰ চিকাৰ হৈছে। সৰহ ক্ষেত্ৰতে চিকিৎসাধীন কোনো ৰোগীৰ সন্দেহজনক চিকিৎসা বিভ্ৰাটজনিত মৃত্যুৰ বাবে চিকিৎসাবিধান বা প্ৰয়োগ কৰা চিকিৎসাৰ ক্ষেত্ৰত কোনো অনুসন্ধান নকৰাকৈ চিকিৎসজন গণৰোষৰ বলি হোৱা দেখা গৈছে। ৰোগী বা জনতাৰ মাজৎ সন্দেহ আৰু সংশয় সৃষ্টি কৰিব পৰা চিকিৎসক নিগ্ৰহৰ বহু বাতৰিয়ে কিন্তু প্ৰায়েই একপক্ষীয় আৰু অসম্পূৰ্ণ ৰূপত প্ৰকাশ হোৱা দেখা যায়। এনে বহু বাতৰিতে চিকিৎসকে ৰোগীজনক চেলাইন এটা বা বেজী এটা দিয়াৰ পাছতে (?) ভুল চিকিৎসাত ৰোগীজনৰ মৃত্যু হোৱা বুলিয়ে উত্তেজনাপূৰ্ণ বাতৰি প্ৰকাশ পায়। কিন্তু এনেবোৰ বাতৰিত ৰোগীজনৰনো কি হৈছিল, চিকিৎসকজনেনো কি চিকিৎসা প্ৰয়োগ কৰিছিল, বাহিৰৰ পৰা দেখাত সুস্থ কিন্তু ভিতৰি গুৰুতৰ ৰোগত ভোগা লোকজনক তৎকালীনভাৱে সেই পৰিৱেশত আন কিবা বিশেষ চিকিৎসা দিব পৰা গ'লহেঁতেন জানো, ইত্যাদি কাৰিকৰী বিষয়ত চিকিৎসকজনৰ মতামত কিন্তু সৰহ ক্ষেত্ৰতে প্ৰকাশ কৰা দেখা নাযায়। এনে সম্পূৰ্ণ তথ্যবিহীন বাতৰি প্ৰকাশে সমাজত ৰোগী আৰু চিকিৎসকৰ মাজৰ বিশ্বাস, সংশয় আৰু সন্দেহলৈ পৰ্যবসিত কৰাত সহায় কৰে। দুই-এটা ঘটনাৰ সত্যতাৰ বিপৰীতে মানুহৰ মাজত সকলো ক্ষেত্ৰতে চিকিৎসকৰ প্ৰতি এক অহেতুক সৰলীকৃত ভুল ধাৰণাৰ সৃষ্টি হয়। এনে ধাৰণাৰ ফলস্বৰূপে যিকোনো চিকিৎসা পদ্ধতি বা চিকিৎসালয়ত সম্ভৱপৰ সকলো চিকিৎসা প্ৰদান কৰাৰ পাছতো সুস্থ হ'ব নোৱৰা কোনোবা জৰাগ্ৰস্ত বৃদ্ধৰ মৃত্যুক লৈয়ো বহুতে অনাহক হুলস্থূলৰ সৃষ্টি কৰিব বিচাৰে। অৱশ্যে এনে পৰিস্থিতি সৃষ্টি কৰাসকলৰ মাজত সাধাৰণতেই ৰোগীৰ প্ৰত্যক্ষ নিকটাত্মীয় নাথাকে। ৰোগীগৰাকীৰ জীৱিত অৱস্থাত দুটকাৰ দৰব এটাও আনি নোপোৱা, ৰোগীৰ বাবে দুঘণ্টাও আই চি ইউৰ বাৰাণ্ডাত মহৰ কামোৰ খাবলৈ সাজু নথকা, নিশাৰ ভাগত ফূৰ্তিপানীৰ নিচাত আচ্ছন্ন ঢোলৰ লগৰ টেমেকাৰ দপ্‌দপনি এনেবোৰ ক্ষেত্ৰত প্ৰায়েই বেছি হোৱা দেখা যায়। পিছে এনে অত্যুৎসাহৰ নীৰৱ ফলাফল কিন্তু বৰ সুখৰ নহয়। তথাকথিত চিকিৎসা বিভ্ৰাটৰ নাম লৈ বাঢ়ি অহা চিকিৎসক নিগ্ৰহৰ ঘটনাৰ বাবে চিকিৎসকসকলেও নিজৰ বিভাগৰ বাদে আন ৰোগীৰ ক্ষেত্ৰত প্ৰাৰম্ভিক চিকিৎসা প্ৰদান কৰাৰ কাৰণে অনিহা প্ৰকাশ কৰিব পাৰে। হৃদযন্ত্ৰৰ অসুখৰ বাবে হাস্পতাললৈ অনা মুমূৰ্ষু ৰোগীজনক কাৰ্ডিঅ'লজিষ্ট নাই বুলি মেডিচিন বিশেষজ্ঞজনে

ভৱিষ্যতে হ'ব পৰা সম্ভাব্য প্ৰতিকূল পৰিৱেশৰ কথা ভাবি প্ৰাৰম্ভিক চিকিৎসা প্ৰদান নকৰিলে সমস্যাৰ সৃষ্টি নহ'বনে? সেয়ে সংশ্লিষ্ট সকলোৱে এনেবোৰ বাতৰি প্ৰকাশৰ ক্ষেত্ৰত ঘটনাটো প্ৰকাশ কৰাৰ লগতে ঘটনাটোৰ লগত জড়িত সকলো পক্ষৰে মতামত নিৰপেক্ষভাৱে প্ৰকাশ কৰাটো যথেষ্ট দৰকাৰ।

ৰোগী আৰু চিকিৎসকৰ মাজৰ সম্পৰ্কৰ পৱিত্ৰতা আৰু বিশ্বাস ৰক্ষা কৰাৰ ক্ষেত্ৰত ৰোগীসকলতকৈয়ো কিন্তু চিকিৎসকসকলৰ ভূমিকা অতিশয় গুৰুত্বপূৰ্ণ। ৰোগী তথা অভিভাৱকসকলৰ সন্দেহ আৰু সংশয় দূৰ কৰাৰ ক্ষেত্ৰত বিশেষকৈ নতুন চাম চিকিৎসকৰ যথেষ্ট গুৰুত্ব আছে। হয়, এটা কথা সত্য যে ভোগবাদী সমাজ ব্যৱস্থাত নিজৰ সামাজিক অৱস্থান বজাই ৰাখিবলৈ আৰ্থিক দিশটোৰ কথা কোনেও ওলাই কৰিব নোৱাৰে। কিন্তু কেৱল এই দিশটোতেই গুৰুত্ব আৰোপ কৰাৰ বাবেই আমাৰ চিকিৎসা ব্যৱস্থাটোত ঘূণে ধৰিছে বুলি বহুজনে সময়ে সময়ে বিভিন্ন মাধ্যমত মতপ্ৰকাশ কৰি আহিছে। নতুনচাম চিকিৎসকে ডিগ্ৰী লোৱাৰ পাছৰ প্ৰকৃত কৰ্মস্থানত নিজতকৈ বয়স তথা জ্ঞানত অভিজ্ঞ একে বৃত্তিৰ লোকৰ পৰা বিস্তৃত ব্যৱহাৰিক কৰ্মজ্ঞান লাভ কৰিবলৈ বহু সুযোগ পায়, কিন্তু কেইজনে প্ৰকৃতাৰ্থত ব্যৱহাৰ কৰিছে এনে সুযোগ? নিত্য-নতুন এশ-এবুৰি বেমাৰৰ উপস্থিতি, চলিত ঔষধৰ ৰোগ নিৰাময়ত আহি পৰা অক্ষমতা, ৰোগ নিৰ্ণয়ৰ বাবে বহুক্ষেত্ৰত প্ৰয়োজনীয় পৰিকাঠামোৰ অভাৱ আদি বিভিন্ন দিশ চম্ভালি এজন অভিজ্ঞ চিকিৎসক হ'বলৈ যথেষ্ট সময়ৰ প্ৰয়োজন হয়। বহুক্ষেত্ৰত আমাৰ বহুতে এই সময়খিনিৰ প্ৰয়োজনীয়তা চিকিৎসা বিজ্ঞানৰ ডিগ্ৰী লোৱাৰ দিনাই শেষ হ'ল বুলি ধৰি লয় আৰু সমস্যাবোৰ তাৰ পৰাই আৰম্ভ হয়। নিশাৰ ডিউটি কৰা ডাক্তৰজনে চিকিৎসাধীন ৰোগীয়ে মাতিলে 'এই চবৰ পৰা শান্তিৰে টোপনি অকণমানো মাৰিব নোৱাৰি' বুলি গোমোঠা মুখেৰে ৰোগীৰ কাষলৈ গ'লে ক্ষোভৰ সৃষ্টি হোৱাটো আচৰিত কথা নহয়। যিকোনো চিকিৎসা বৃত্তিৰ ক্ষেত্ৰত উদ্ভৱ হোৱা বহু সমস্যা এনেবোৰ সৰু সৰু পুঞ্জীভূত ক্ষোভৰ পৰাই সৃষ্টি হয়। এজন চিকিৎসকে একে বেমাৰত ভোগা সহস্ৰ ৰোগীক জীৱনত চিকিৎসা কৰে, ৰোগীজনৰ ৰোগগ্ৰস্ত অৱস্থাত কি কি হ'ব পাৰে, কিদৰে ৰোগ নিৰাময় হ'ব, কেইদিনত চিকিৎসালয়ৰ পৰা যাব পাৰিব; সকলো কথাই এজন অভিজ্ঞ চিকিৎসকৰ নখদৰ্পণত থাকে। কিন্তু ৰোগীজনেতো এই বিষয়ে একোৱেই নাজানে? তেনেস্থলত ৰোগীজনে বা ৰোগীৰ আত্মীয়জনে বিভিন্ন প্ৰশ্নৰে চিকিৎসকজনক ব্যতিব্যস্ত কৰাটো স্বাভাৱিক। এনেবোৰ সময়ত প্ৰতিজন ৰোগীয়েই যে এজন সুকীয়া মানুহ, কথাটো উপলব্ধি কৰি সামান্য মানৱীয় অনুভূতিৰে ৰোগী বা আত্মীয়-স্বজনৰ লগত সৌহাৰ্দ্যমূলক পৰিৱেশত সততাৰে কথাবোৰ আলোচনা কৰি, প্ৰয়োজনৰ মুহূৰ্তত সম্ভৱপৰ ক্ষেত্ৰত ৰোগীজনৰ ওচৰত থাকি যথোপযুক্ত চিকিৎসা প্ৰদান কৰিলে বহু অনাহুত সংঘাত দূৰ হ'ব বুলি আশা কৰিব পাৰি। অৱশ্যে এইক্ষেত্ৰত ৰোগীৰ পক্ষৰো সহযোগিতাৰ দৰকাৰ। কাৰণ, চিকিৎসকসকল ভগৱান নহয়। সকলো

ৰোগীকেইযে মৃত্যুমুখৰ পৰা ঘূৰাই আনিব পাৰিব সেই আশা কৰা ভুল। তদুপৰি চিকিৎসা বিজ্ঞানে ৰোগীক চিকিৎসা কৰাৰ বিভিন্ন পদ্ধতি নিৰ্ধাৰণ কৰি দিছে, এনেবোৰ বিষয়ত অল্পবিদ্যা বা শূন্যবিদ্যাৰ অহংকাৰেৰে মাত মাতিবলৈ যোৱা বা কৰ্তব্যৰত চিকিৎসকক এইটো নকৰিলে কিয়, সেইটো নকৰিলে কিয় কৰিবলৈ যোৱাটো নিতান্তই অযুগুত। অৱশ্যে চিকিৎসাৰ ক্ষেত্ৰত অৱহেলাৰ প্ৰদৰ্শন ক'তো, কেতিয়াও হোৱা নাই বুলি কোনেও বুকু ডাঠি ক'ব নোৱাৰে আৰু এনেবোৰ ক্ষেত্ৰত উপযুক্ত তথ্যপাতিসহ উপযুক্ত স্থানত ন্যায় বিচাৰ দাবী কৰাহে উচিত।

ৰোগী আৰু চিকিৎসকৰ সনাতন সম্পৰ্ক বিশ্বাস, আস্থা আৰু পৱিত্ৰতাৰ দ্বাৰা প্ৰতিষ্ঠিত। জংঘলত বনপাত থেতেলি লগোৱাৰ পৰা আজিৰ ই-স্কেনিঙৰ যুগলৈকে এই সম্পৰ্কৰ মাজত সৰলীকৃত ভুল ধাৰণাৰ সৃষ্টি হোৱা নাই। অপতৃণ জাতীয় (দুয়োপক্ষ জড়িত থকা) দুই-এটা অঘটন ৰোধৰ ক্ষেত্ৰত সংশ্লিষ্ট সকলো পক্ষই মানৱীয় প্ৰমূল্যবোধক গুৰুত্ব দি কাৰ্য সম্পাদন কৰিলে সকলোধৰণৰ সন্দেহ আৰু সংশয় দূৰ হ'ব বুলি আশা কৰিব পাৰি।

পূৰ্বপ্ৰকাশ ঃ আমাৰ অসম, ১৮ জুলাই/২০০৮

# ৭।

## কামৰ সময়/সময়ৰ কাম ইত্যাদি

'উইথ ৰেফাৰেন্স টু ইয়ৰ মেম' নম্বৰ ... ডেটেড ... আই হেড দ্য অ'নাৰ টু ইন্‌ফৰ্ম ইউ ...' এখন গতানুগতিক চৰকাৰী চিঠিৰ আৰম্ভণি। ব্ৰিটিছৰ যুগৰ পৰাই হয়তো এনে চিঠিৰেই আজিলৈকে সম্পাদিত হৈ আছে চৰকাৰী কাম-কাজ। উৰ্ধ্বতন বিষয়াৰ কাৰ্যালয়ত প্ৰথমে বিভাগীয় কেৰাণীয়ে প্ৰস্তুত কৰিব সংশ্লিষ্ট কামৰ টোকা; নোটশ্বিটৰ নীলা কাগজত লিপিবদ্ধ সেই টোকা প্ৰথমে যাব ছুপাৰিন্টেণ্ডেন্টৰ ওচৰলৈ, আগৰে পৰা আন বহুতো কামত 'ব্যস্ত' থকা 'বৰবাবু'ৰ সময়-সুবিধা হ'লে ফাইলটো এমাহমানৰ ভিতৰত চাব, প্ৰয়োজনীয় টোকা লিখিব আৰু উৰ্ধ্বতন বিষয়ালৈ প্ৰেৰণ কৰিব। একেটা চৌহদতে থকা উৰ্ধ্বতন বিষয়াৰ টেবুল পাবলৈ লগা সময়খিনিৰ কথা/আলোচনা বাদ দিলেও, বিষয়াৰ মতামতসহ পুনৰ যোৱা ৰাস্তাৰে নিৰ্দিষ্ট নিৰ্দেশসহ ঘাটে ঘাটে পানী খাই ফাইলটো উভতি আহি বিভাগীয় কেৰাণীৰ টেবুল পোৱাৰ পাছতহে আহিব প্ৰকৃত কামটোৰ নিৰ্দেশনাৰ কথা। সকলোৰে নিজৰ সময় সুবিধা অনুসৰি এদিন চৰকাৰী নিৰ্দেশনা ওলাব, নতুন কাম এটা আৰম্ভ কৰাৰ উৎসাহ উদ্দীপনা তথা সুনিৰ্দিষ্ট সময়ত

কামটো সমাপন কৰাৰ বাবে কোনোবা উৎসাহী উদ্যোগীৰ সকলো পৰিকল্পনা ধূলিসাৎ কৰি সম্পূৰ্ণ গতানুগতিকতাৰ মাজেৰে কোনোবা এদিন হয়তো কামটো শেষো হ'ব! এনেদৰেই চলি আছে আৰু চলি থাকিবও গতানুগতিক নিয়ম পালনৰ নামত কৰা অপ্ৰয়োজনীয় বিভিন্ন কাৰচাজি, যাৰ পৰা কেতিয়াও কোনো পৰিকল্পনা সঠিক সময়ত কাৰ্যত ৰূপায়িত কৰাৰ সম্ভাৱনা প্ৰকৃতাৰ্থতেই নাথাকে।

এতিয়া কথা হ'ল— আমাক কাম লাগেনে, নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট প্ৰকল্প কাৰ্যত ৰূপায়িত কৰাৰ সংকল্প লাগেনে, নে লাগে অৰ্ধশতিকাৰ কাৰ্যৰ চৰ্বিত-চৰ্বণ? এটা কথা অনস্বীকাৰ্য যে চৰকাৰীয়ে হওক বা বেচৰকাৰীয়ে হওক, সকলো অনুষ্ঠান-প্ৰতিষ্ঠানে সকলো কাৰ্য নিয়মমাফিক কৰিবলৈ বাধ্য। সকলো তথ্যপাতি নিৰ্দিষ্ট ফাইলত ভৱিষ্যতৰ যিকোনো অনুসন্ধানৰ বাবে সংৰক্ষণ কৰি ৰখাটো অতীৱ প্ৰয়োজনীয়। কিন্তু কেৱল তথ্য সংৰক্ষণ আৰু নিৰাপদ অৱস্থানৰ বাবেই অনৰ্থক কলম পিহা কাৰ্যই প্ৰকৃত কৰ্মত বাধাৰ সৃষ্টি নকৰেনে? বিভিন্ন অসুবিধাৰ বাবে সংশ্লিষ্ট বিষয়ত মতামত দিব পৰা বা সিদ্ধান্ত দিব পৰাজন নিৰ্দিষ্ট সময়ত নাথাকিলে, আগতে কৈ অহাৰ দৰে অহৈতুকী বিলম্বৰ সৃষ্টি হয়। সেয়ে প্ৰশাসনীয় মেৰপেচ আঁতৰাই প্ৰকৃত কাৰ্য সম্পাদনৰ পদ্ধতিবোৰ বিশ্লেষণ আৰু পুনৰীক্ষণৰ যেন প্ৰয়োজন হৈ পৰিছে। দুই-তিনিটা বিভাগৰ কেইবাজনো বৰমূৰীয়াৰ সমূহীয়া সিদ্ধান্তৰে ল'বলগীয়া প্ৰকল্পসমূহৰ বাবে আটাইকেইজনৰ মতামতৰ বাবে সুকীয়া সুকীয়াকৈ ফাইল পঠাবলগা হ'লে, তেনে প্ৰকল্প কাগজৰ প্ৰকল্প হৈ ৰোৱাৰ সম্ভাৱনাই অধিক।

তাতকৈ গোটেইকেইজনৰ সময়ৰ সা-সুবিধাৰ খতিয়ান লৈ আয়োজন কৰা এখন এঘণ্টীয়া আলোচনা সভাই এনেক্ষেত্ৰত তৎকালীন সিদ্ধান্ত লোৱাত নিশ্চয়কৈ সহায় কৰিব।

বিভিন্ন বহুজাতিক বা ৰাষ্ট্ৰীয় পৰ্যায়ৰ ব্যক্তিগত উদ্যোগ সম্ৰাটসকলৰ কাম কৰাৰ পদ্ধতি লক্ষ্য কৰিছেনে? এনেবোৰ ক্ষেত্ৰটো মিটিং হয়, নতুন প্ৰকল্পৰ আলোচনা হয়। কিন্তু সম্পূৰ্ণ প্ৰফেছনেলিজম মানি চলা এনেবোৰ উদ্যোগপতিয়ে জানে সময় অমূল্য ধন, প্ৰতি মুহূৰ্ততে শ্ৰীকৃষ্ণৰ সুদৰ্শন চক্ৰ ঘূৰাৰ দৰে ঘূৰি আছে বেংকৰ ঋণৰ সুতৰ সুদৰ্শন চক্ৰ। সেয়ে সিদ্ধান্তবোৰ লওঁতে এওঁলোকে অনৰ্থক সময় খৰচ নকৰে। সুযোগ্য মানুহক পৰিকল্পনা আৰু সিদ্ধান্ত ল'বলৈ দায়িত্ব দিয়ে, কাৰ্য সম্পাদনৰ নিৰ্দিষ্ট ডেডলাইন নিৰ্ধাৰণ কৰে আৰু এদিন আমাৰ চকুৰ আগত থিয় হয় কোনোবা আম্বানী, টাটা, বিৰলা অথবা মিট্টালৰ চালে চকু থৰ হৈ যোৱা ব্যৱসায় সাম্ৰাজ্য। নোটশ্বিট নামৰ পাতল নীলা কাগজত 'প্লিজ পুট-আপ' লিখি থাকোঁতেই স্থবিৰ হৈ যায় আমাৰ প্ৰগতিৰ অশ্বমেধ ঘোঁৰা। ইণ্টাৰনেট, ই-মেইল, ভইচ মেইল, ম'বাইল ফোনৰ যুগত এটা শাৰীৰ এখন মেইলতে দেশৰ চুকে-কোণে, কৰ্তব্যৰত কৰ্মচাৰী বিষয়ালৈ নিৰ্দেশ যায়— 'ডিটেইলছ এনক্ল'জড ইন দ্য এটেশ্বড ফাইল। এক্সিকিউট এণ্ড ৰিপ্লাই উইডিন্ টুৱেণ্টি

ফ'ৰ আৱাৰ্ছ'! এশ শতাংশই কাম নহ'লেও আধাটো হয়।

ড° ভবেন্দ্ৰনাথ শইকীয়া ছাৰে 'সম্পাদকলৈ চিঠি'ৰ সন্দৰ্ভত জনমত প্ৰকাশৰ কথাটোত গুৰুত্ব দিও এবাৰ ক'ৰবাত লিখিছিল— বিভিন্ন আঞ্চলিক সুবিধা-অসুবিধা, সমস্যা আদিৰ বিষয়ে বহু সচেতন ব্যক্তিয়ে সম্পাদকলৈ চিঠি লিখি বাতৰি কাকতত প্ৰকাশ কৰিবলৈ পঠিওৱাতকৈ, সমস্যাটো সমাধান কৰিব পৰা সংশ্লিষ্ট বিভাগ বা বিষয়াৰ লগত প্ৰথমে যোগাযোগ কৰাহে বাঞ্ছনীয়। চেউনী আলিমূৰৰ পৰা ৰাজহুৱা নামঘৰলৈকে পথছোৱা বাৰিষা মানুহ অহা-যোৱা কৰিব নোৱৰা হোৱাৰ সমস্যাটো এলেকাটোৰ পি ডব্লিউ ডি বিভাগ, স্থানীয় নিকায়-নিগমৰ বিষয়ববীয়াসকল বা স্থানীয় মন্ত্ৰী-বিধায়কেহে চম্ভালিব পাৰিব। তেওঁলোকক প্ৰথমেই জনালে কামটো কিজানি সোনকালেই হয়। কামটো যদি এইদৰেই হৈ যায়, আন উপায়েৰে সম্পন্ন কৰাবলৈ যত্ন কৰাৰ যুক্তি ক'ত?

ফাইল 'মেইনটেইন আৰু মেনেজ' কৰা, নোট লিখা, লিখিত সিদ্ধান্ত ফাইলযোগে প্ৰেৰণ কৰা, সৰু-সুৰা সিদ্ধান্তও ফাইলৰ যোগেদিহে ল'ব খোজা বা ল'বলৈ বাধ্য হোৱা জাতীয় কাৰ্যই কৰ্ম-সংস্কৃতি ধ্বংস কৰে। কাৰণ, যিমানেই নকওক, আমাৰ দেশত ফাইলৰ গতিয়ে শামুকৰ গতিৰ বিশ্বৰেকৰ্ডো ইতিমধ্যেই কেইবাখনো অলিম্পিকত ভংগ কৰি দেশলৈ অজস্ৰ সোণৰ মেডেল আনিছেই! তেনেস্থলত কাম কৰাৰ সময়ত বঢ়াবলৈ বা কাৰ্য সম্পাদনৰ গতি ক্ষিপ্ৰ কৰিবলৈ 'সিদ্ধান্ত' ল'ব পৰা কৰ্তৃপক্ষই আওপুৰণি পদ্ধতি সলাবৰ হোৱা নাই জানো?

কিছুমান কাম কিছু নিৰ্দিষ্ট সময়ত হৈ নুঠিলে কাম কৰা-নকৰাৰ পাৰ্থক্য নাথাকেগৈ। টাটাই আৰম্ভ কৰিব খোজা নেন' কাৰৰ প্ৰকল্পটো নিৰ্দিষ্ট সময়ত উৎপাদনশীল হৈ নুঠিলে গ্ৰাহকক একলাখ টকাত গাড়ী এখন দিম বুলি দিয়া প্ৰতিশ্ৰুতি টাটা মটৰ্ছে হয়তো ৰক্ষা কৰিব নোৱাৰিবও পাৰে। ইয়াৰ লগতে ৰাষ্ট্ৰীয়-আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতাসমূহৰ কথা নক'লোৱেইবা! এতিয়া সময়ৰ কাম সময়ত কৰি তোলাৰ দায়িত্ব সংশ্লিষ্ট কোম্পানীটোৰ। যিহেতু টাটা মটৰ্ছ এটি ব্যক্তিগত খণ্ডৰ উদ্যোগ, যেন-তেন-প্ৰকাৰেণ সংশ্লিষ্ট মালিকপক্ষই নিৰ্দিষ্ট সময়ত প্ৰকল্পটো ব্যৱসায়িক উৎপাদনশীল কৰি তুলিবলৈ যত্নপৰ হ'বই। এনেবোৰ প্ৰকল্পতো আৰু আমাৰ বগীবিলৰ দলং, গেছক্ৰেকাৰ প্ৰকল্প বা কোনোবা চাৰিলেনযুক্ত ৰাষ্ট্ৰীয় ঘাইপথ প্ৰকল্প নহয় যে অনন্ত কাল চলি থাকিব প্ৰকল্পৰ নিৰ্মাণ কাৰ্য, পুঁজি আবণ্টনৰ বাবে প্ৰেৰিত টোকা অথবা আবণ্টিত ধন ফাইলৰ মাজে মাজেই ঘূৰি ফুৰিব দিনৰ পিছত দিন, মাহৰ পিছত মাহ অথবা এটাৰ পিছত আনটো পঞ্চবাৰ্ষিক পৰিকল্পনাৰ বছৰ। অধিক নিয়ম মানি কাম কৰিবলৈ গ'লে বা কামত উদ্দেশ্যতকৈ তথাকথিত নিয়ম পালনৰ উদ্দেশ্য বেছি হ'লে সাধাৰণতেই কামবোৰ বেতনিত ঔ পৰিল, বাসুদেবায় নমঃৰ ৰূপ লয়।

প্ৰকৃতাৰ্থত কাম কৰিম বুলি ল'লে কামবোৰ খৰতকীয়া হোৱা উচিত। বহু

চৰকাৰী (বিশেষকৈ কেন্দ্ৰীয় চৰকাৰৰ কিছুমান বিশেষ বিভাগ) কাৰ্যালয়ো আজিকালি কম্পিউটাৰাইজড হৈছে, বিভিন্ন প্ৰশিক্ষণৰ দ্বাৰা কৰ্মচাৰীসকলৰো মনবোৰ ক্ষীপ্ৰতাৰে চিন্তা কৰি সিদ্ধান্ত ল'বলৈ সক্ষম কৰি তোলাৰ কথা ভবা হৈছে। মাটি কিনা-বেচাৰ দলিলখন, ব্যৱসায়ৰ পাৰ্টনাৰশ্বিপখনৰ অৰিজিনেল কপিখন, জমাবন্দীৰ প্ৰতিলিপিখন আগৰ দিনত বছৰৰ পিছত বছৰৰ পৰিৱৰ্তে তৎকালীনভাৱে পাব পৰাৰ দৰে পৰিৱেশো সৃষ্টি হৈছে। ব্যক্তিগত খণ্ডৰ ব্যক্তিসুলভ ক্ষীপ্ৰতা, তৎকালীন সিদ্ধান্ত ল'ব পৰা দক্ষতা আৰু ইয়াৰ বিনিময়ত লাভ কৰা ঈৰ্ষণীয় সফলতা সকলোৰে বাবে নিশ্চিতভাৱে অনুকৰণীয় হৈ পৰিছে।

সময়ৰ কাম সময়ত শেষ কৰিবলৈ তৎকালীন সিদ্ধান্ত গ্ৰহণৰ দ্বাৰা (লাগিলে টেলিফোনিক আলোচনাৰেই হওক) কাৰ্য সম্পাদনৰো দক্ষতা লাগে। ইয়াৰ অবিহনে কেইবাপৃষ্ঠাৰো নোটশ্বিট, মেল-মিটিং, আলোচনা, ফাইল আদিয়ে অনাহক আৱৰ্জনাৰহে সৃষ্টি কৰে। কাম লাগে নে ফাইল লাগে— এই সম্যক আৰু শুদ্ধ সিদ্ধান্ত ল'ব পৰাৰ দক্ষতাইহে এটা এটা প্ৰতিষ্ঠানৰ ভৱিষ্যৎ নিয়ন্ত্ৰণ কৰে।

পূৰ্বপ্ৰকাশ : দৈনিক জনসাধাৰণ, ৬ অক্টোবৰ/২০০৮

# ৮।

## দোষ খোঁচৰো আহক!

ৰাতিপুৱাই লাগিল পয়মালখন।

টোপনি পূৰা হওক নহওক, সময়মতে অফিচ পাবগৈয়ে লাগিব। আগনিশাৰ উৎকট গৰমৰ পাছত পুৱতি নিশাৰ ৰিমঝিম বৰষুণজাকৰ মিঠা আবেশৰ মাজত আৰু শুই থাকিবলৈ মন গ'লেও উপায় নাই। জাঁপ মাৰি বিছনাৰ পৰা উঠি বেচিনৰ ওচৰলৈ গৈ টুথব্ৰাছডালত পেষ্ট অকণমান লগাবলৈ যাওঁতেই খংটো ভমক্কৈ উঠি আহিলেই নহয়। শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰিলেও পাঁচ মিলিগ্ৰামো পেষ্ট নোলোৱা চেপেটা টিউবটো দেখিলে ব্ৰহ্মপুৰাই কাৰনো খং নুঠিব। দোকানলৈ গৈ নতুন এটা কিনি আনিবলৈকো কাম কৰা ল'ৰাটো অহাই নাই। গতিকে সমগ্ৰ খংখিনি ইহজনমৰ/পৰজনমৰ লগৰীজনীৰ ওপৰতে জাৰি দিয়াটোৱেই একমাত্ৰ তাৎক্ষণিক প্ৰতিক্ৰিয়া। 'দিনৰ দিনটো ঘৰতে থাকে, কিনো কৰি থাকে ভগৱানেহে জানে। ঘৰখনত পেষ্ট এটাও নাই, খবৰ নাই।' পিছে পুৱাৰে পৰা আপোনাৰ লগতে সন্তানৰ সমগ্ৰ জঞ্জাল মাৰি (জোতা

চিলাইৰ পৰা চণ্ডী পাঠলৈকে) সংসাৰখন চলাই নিওঁতাগৰাকীয়ে যে কালি আবেলিয়েই আপোনাক অন্যান্য দুই/এপদ বস্তুৰ লগতে টুথপে'ষ্টটোও অফিচৰ পৰা ঘূৰি আহোঁতে লৈ আহিবলৈ কৈছিল, অফিচৰ দৈনন্দিন সমস্যাৰ মাজত আপুনি যে কথাটো একেবাৰে পাহৰি থাকিল, কথাটো কিন্তু মনলৈ নাহিল। আহিল শ্ৰীমতীৰ সংসাৰ চলোৱাত পাৰদৰ্শিতাৰ অভাৱৰ কথা। তেওঁৰ এই দোষৰ কথা মনলৈ আহোঁতে নিজৰ কথা আপুনি কিন্তু একেবাৰেই পাহৰি গ'ল।

এয়া মানুহৰ সহজাত প্ৰবৃত্তি। মোৰো, আপোনাৰো। আনৰ কামত দোষ উলিয়াবলৈ সঁচাকৈয়ে বৰ সহজ। পিছে সেই কামটো নিয়াৰিকৈ সমাধা কৰিবলৈ কিমানখিনি বাধা-বিপত্তি বা সমস্যা পাৰ হৈ আহিব লাগে, সেই কথা সমালোচনা কৰাৰ সময়ত সাধাৰণতেই মনলৈ নাহে।

পৰচৰ্চা বা আনৰ দোষ-ত্ৰুটি উলিয়াবলৈ যত্ন কৰি থকা এচামৰ বিষয়ে অলপতে এখন জনপ্ৰিয় অসমীয়া আলোচনীয়ে এটা মনোগ্ৰাহী আলোচনাই প্ৰকাশ কৰিছিল। অসমৰ এজন জনপ্ৰিয় বিশিষ্ট কবিও কিদৰে এনে অৱস্থাৰ চিকাৰ হৈছিল, সেয়াও আলোচনাটিত প্ৰকাশিত হৈছিল।

প্ৰকৃততে সমাজত এচাম লোক থাকেই, যি সততে আনৰ দোষটোহে দেখে। এনে প্ৰসংগত এটা কথিত গল্প মনলৈ আহিছে। এজন মানুহ আছিল যি দিনটোৰ চৌব্বিশ ঘণ্টাই কেৱল লোকৰ বেয়াটোহে দেখে। চুবুৰীয়া এজনে দুজনমানৰ লগত আলচ কৰি ঠিক কৰিলে যে এদিনলৈ হ'লেও সেইজনৰ পৰা কাৰোবাৰ বিষয়ে এষাৰ হ'লেও ভাল কথা উলিয়াবই। কথামতে কাম। নিৰ্দিষ্ট পৰিকল্পনাৰে এজনে তেখেতক দুপৰীয়াৰ সাঁজ খাবলৈ নিমন্ত্ৰণ জনাই আহিল। নিমন্ত্ৰণ জনাওঁতে হ'ব পৰা সম্ভাব্য সকলো দোষ-ত্ৰুটি নথকাকৈ জনোৱা নিমন্ত্ৰণ গ্ৰহণ কৰি গৃহস্থৰ ঘৰত দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰিবলৈ আলহী আহিল। অতিথি আপ্যায়নত অকণো খুঁত নৰখাকৈ আয়োজন কৰা গৃহস্থই পৰম বিনয়েৰে আলহীক সকলোফালে সন্তুষ্ট কৰিলে। ভূৰিভোজন কৰি যাবলৈ ওলোৱা আলহীক যৎসামান্য উপহাৰো যাচি নিজৰ গাড়ীৰে ঘৰতো থৈ আহিলগৈ। মুঠতে কোনোফালেই যাতে অকণো ভুল থাকিব নোৱাৰে সেইদিশত সচেতন গৃহস্থই আলহী যোৱাৰ গাছত মিছন সফল হ'ল বুলি আলহীৰ মতামত পৰোক্ষভাৱে জানিবলৈ পূৰ্বৰ পৰিকল্পনামতেই আন এজন বন্ধুলৈ ফোন লগালে। সাধাৰণভাৱেই সেই বন্ধু গৈ সেই আলহীৰ ঘৰ পালেগৈ। কথা-বতৰাৰ মাজতে দুপৰীয়াৰ আহাৰ যে চুবুৰীয়াৰ ঘৰতে হ'ল, সেই কথাও ওলাল। বন্ধু উৎকণ্ঠিত— কি বা মতামত আগবঢ়ায় এতিয়া। অৱশেষত জীৱনত কেতিয়াও আনৰ ভাল নেদেখা আমাৰ বিশিষ্ট অতিথিজনে ক'লে— 'অমুকৰ ঘৰত গৈ বেয়া নালাগিল। খোৱা-বোৱা, অতিথি শুশ্ৰূষা, আদৰ-আপ্যায়ন সকলো ভালেই, পিছে ইমান ভালো ভাল নহয়।' মুঠতে একেটা বাক্যতে দুই বন্ধুৰ 'মিছন আনছাক্‌চেছফুল'।

কিছুমান মানুহক চাবচোন, আকাশৰ জোনটো আনি উপহাৰ দিলেও সন্তুষ্ট নহয়। স্পষ্টভাৱে নহ'লেও জোনটো আকাশৰ পৰা আনি দিওঁতে আপোনাৰ যে দুদিন দেৰী হ'ল— সেই কথা যেনে-তেনে হ'লেও এদিন নহয় এদিন আপোনাক শুনাবই। সমাজ এখনত আমি ইজন সিজনৰ পৰিপূৰক। মোৰ কামটো আপুনি বা আপোনাৰ কামটো মই কৰিব নোৱাৰিবও পাৰো। আমাৰ দুয়োজনৰ সম্মিলমিল কাৰ্যৰ ফচলৰ পৰাইতো সমাজ এখন বৰ্তি থাকে। তেনেস্থলত আপোনাৰ কাম সম্পাদনৰ সামান্য হীনডেঢ়ি লৈ দহজনৰ আগত আপোনাৰ বদনাম গাবলৈ মইনো কোন? মানুহ মাত্ৰেই ভুল-শুদ্ধৰ সমষ্টি। তাতে কোনোবাই এবাৰ ভুল কৰাৰ পিছত, পিছৰবাৰ নকৰিবলৈ যত্নপৰ হয়, খেনোৱে যেনিবা তাকে নকৰে। নকৰাজনক বুজাবলৈ আৰু কৰাজনক প্ৰশংসা কৰাহে উচিত। বেংকলৈ পঠিওৱা কাৰ্যালয়ৰ কৰ্মচাৰীজন দেৰীকৈ ঘূৰি আহিলে তীৰ্যক মন্তব্য দিয়াতকৈ, বেংকৰ দীঘল বিৰক্তিকৰ কিউত তিনিঘণ্টা থিয় হৈ কামটো শেষ কৰি অহা বাবে প্ৰশংসা কৰাহে যুগুত। লোকৰ কাম সদায়ে উজু যেন লাগে। সামান্য জ্বৰ এটা, যিটো ক্ৰ'চিন টেবলেট এটা খালেই ভাল হয়, তেনে জ্বৰ এটা চাবলৈ কিনো টেষ্ট এগাল ডাক্তৰে লিখি দিয়ে বুলি আমি সহজেই কৈ পেলাওঁ। পিছে বেচেৰা ডাক্তৰেহে জানে, ৰোগীৰ দেখাতহে সাধাৰণ জ্বৰ, ভিতৰি কাহিনী ক'ৰবাত— লিখি দিয়া টেষ্টকেইটাইহে নিৰ্ধাৰণ কৰিব ৰোগীৰ আয়ুস। সেয়া ডাক্তৰজনৰ বৃত্তিগত জ্ঞান আৰু অভিজ্ঞতাৰ অধিকাৰ, আমি একো নজনাকৈ মন্তব্য দিয়াটো অযুগুত। ডাক্তৰজনেও ৰোগীৰ চিকিৎসা সম্পৰ্কীয় এনাটমী, ফিজিঅ'লজী সকলো সময়তে মোক যে বুজাই থাকিব সেই আশা কৰাও ভুল। আমি ফলাফলক লৈহে আলোচনা কৰা উচিত। ডাঙৰ ডাঙৰ মেনেজমেণ্ট গুৰুসকলে নিৰ্ধাৰণ কৰি দিয়া বিভিন্ন পৰিচালন পদ্ধতিত সদায়েই শেষ ফলাফলৰ ওপৰতহে গুৰুত্ব দিয়া হয়। এনেবোৰ অনুধাৱন কৰিবলগা পদ্ধতিত 'ইন্ বিটুইন' আলোচনা/সমালোচনা/দোষবিচাৰ আদিৰ স্থান নাই। একেটা বিষয়কে ঘেকেটা খোৱাকৈ চেপেটা কৰি অনৰ্থক আলোচনা-বিলোচনা কৰি আনৰ কেৱল দোষ-ক্ৰটি বিচাৰ কৰি সময় নষ্ট কৰিবলৈ আধুনিক মেনেজমেণ্ট ছিষ্টেমে অনুমতি নিদিয়ে। কথা-বতৰা পাতিলে চৰ্বিত-চৰ্বণ হয় বাবে বহু সফল বহুজাতিক কোম্পানীয়ে কাষৰ টেবুলখনৰ সহকৰ্মীসকলৰ পৰাও প্ৰয়োজনীয় তথ্যপাতি, নোট, কাৰ্য সম্পাদনৰ টোকা, বাণিজ্যিক সফলতা-বিফলতাৰ টোকা, আৰ্থিক লেনদেন আদি ই-মেইল যোগেহে বিচাৰে। কথা-বতৰাবোৰ কম্পিউটাৰত আবদ্ধও হৈ পৰিল, কাগজৰ খৰচো কমিল, মহামূল্যবান সময়ো ৰাহি হ'ল আৰু সকলোতকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল— অনৰ্থকভাৱে আনৰ দোষ গোৱা বা গাবলৈ যত্ন কৰাসকলৰ বাবে কেৱল তথ্যত বিশ্বাসী মেনেজমেণ্টক ফাঁকি দিয়াৰো কোনো উপায় নোহোৱা হ'ল। এয়া হ'ল বাৰু আধুনিক মেনেজমেণ্টৰ কথা। পিছে আমাৰ ইয়াততো সদ্যহতে এই পৰ্যায় পাবলৈ বহু বাকী আছে— তেনেস্থলত অন্ততঃ আৰু বেছ কিছুদিন আমি আগৰ পদ্ধতিতে চলিব লাগিব। তেনেস্থলত আমাৰ

সৰু-সুৰা মিটিং-মাটাং, ঘৰুৱা আলোচনা-বিলোচনা, কেণ্টিনৰ টেবুলৰ আড্ডা আদিত লগতে কাম কৰাজনৰ কেৱল দোষকেই আলোচনা কৰো কিয়? তেওঁৰ অনুপস্থিতিত আমি যদি এষাৰো তেওঁৰ বিষয়ে প্ৰশংসাসূচক বাক্য ব্যৱহাৰ কৰোঁ— এই কথা নিশ্চিত যে এই কাৰ্যই সুদূৰপ্ৰসাৰী প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব। আমাৰ এজন বয়সস্থ আত্মীয়ই এষাৰ কথা কৈছিল— 'আজিকালি কথাবোৰ এনেকুৱা হৈছে— সেয়া হ'ল মই যে নিজে মোৰ ল'ৰাটোক বা ছোৱালীজনীক ভালকৈ পঢ়াই-শুনাই ডাঙৰ মানুহ কৰিব নোৱাৰিলো, মোৰ ল'ৰা-ছোৱালীবোৰক যে মই মোৰ উপাৰ্জনেৰে ভালকৈ ভৰণ-পোষণ দিব পৰা নাই, তাক লৈ মোৰ অলপো টেনশ্যন নাই। মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ টেনশ্যন হ'ল আপোনাৰ ল'ৰাটো পঢ়াশুনাত কিমান ভাল, দিনটোত যোল্লঘণ্টা কাম কৰি হ'লেও আপুনি যে সপৰিয়ালে এক সুখ-স্বাচ্ছন্দ্যৰে ভৰা জীৱন কটাইছে সেইটোহে।' কথাষাৰ এক নিগূঢ় সত্য আছে— সেয়া হ'ল আনৰ কথালৈ চকু দিয়াতকৈ আমি নিজৰ দায়িত্ব আৰু কৰ্তব্য সুচাৰুৰূপে সম্পন্ন কৰাহে উচিত আৰু ইয়াৰ পৰাহে প্ৰকৃত শান্তিৰ পৰিৱেশত আমি জীয়াই থাকিব পাৰিম।

কথাই কথাই নেতিবাচক মনোভাব, আনে কৰা কামটোৰ অসন্তোষ, সকলোতে ভুল ধৰাৰ মানসিকতাই পৰিৱেশ বিনষ্ট কৰে। আনৰ দোষ খুঁচৰি সমালোচনা কৰিবলৈ সহজ। কোনে জানো কৈছিল— 'সমালোচক হৈছে সেইবিধ মানুহ, যি নিজে নাচিব নাজানে, কিন্তু আনক নাচিব কেনেকৈ লাগে সেয়া শিকায়।' সেয়ে আমি সমালোচক হোৱাতকৈ নাচিবলৈ যত্ন কৰিলে বা শিকিবলৈ যত্ন কৰিলে বহু অনৰ্থক ভুল বুজাবুজি নিজে নিজেই আঁতৰ হ'ব।

মানুহে স্বীকৃতি বিচাৰে। সকলো ভাল কৰ্মৰ বিনিময়ত এষাৰ হাঁহিমুখীয়া প্ৰশংসাই হৃদয় জুৰ পেলায়, নতুন প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ শক্তি দিয়ে। আৰু ইয়াৰ বিপৰীতে সামান্য এক কুৎসা-ৰটনাই যিকোনো মানুহক গভীৰ মনোকষ্ট দিয়ে, বহুতৰ ক্ষেত্ৰত এনে ঋণাত্মক ঘটনাই জীৱনৰ মোৰেই সলায় পেলায়।

নিজৰ ঘৰখন, চুবুৰীটো, কৰ্মক্ষেত্ৰখন, ধুনীয়াকৈ ৰাখিবলৈ আনৰ সৰু-সুৰা দোষবোৰ বাদ দি ভালখিনি চাবলৈ লোৱাটো আটাইতকৈ দৰকাৰী কথা। স্লিভ্লেছ স্পৰ্টিং পিন্ধি, স্পীডত বাইক চলাই ৰাতি এপৰত ঘৰ সোমোৱা চুবুৰীয়াৰ অঘাইটং ল'ৰাটো কিন্তু চুবুৰীটোত ডকাইত সোমালে হয়তো প্ৰথমেই ওলাই আহিব। কথাবোৰ এনেকৈ ভাবিলে বহু অনৰ্থক টেনশ্যনৰ পৰা মুক্ত হ'ব পাৰি। গুৰুজনাই এনেই লিখি থৈ যোৱা নাই—

'অধমে কেৱলে দোষ লৱয় মধ্যমে গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ।'

কাৰোবাৰ কিবা দোষ থাকিলেও সেয়া খোঁচৰাতকৈ সামান্যতম প্ৰতিভা বা গুণ

বিকশিত কৰিবলৈ যত্ন কৰিলে সময়ত অমৃতফল লাভ হোৱাটো নিশ্চিত। এখন সুখী, তথা আনন্দময় সমাজ গঢ়িবলৈ কেইবাশ বছৰ আগতেই গুৰুজনাই দি থৈ যোৱা উক্ত আলোকসন্ধানী জ্ঞান আজিৰ তাৰিখতো সকলোৰে বাবেই প্ৰযোজ্য।

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিদিন, ১৩ আগষ্ট/২০০৮

# ৯।

## আটাইতকৈ সহজ কাম!

উচৰ্গা : শিক্ষাৰ্থীসকলৰ হাতত

পৃথিৱীত আটাইতকৈ টান কামটো কি?

ধেমালি কৰি কোনোবাই কৈছিল-- 'উলিয়াই দিয়া টুথপেষ্টখিনি পুনৰ টিউবত সুমুওৱাটো'! কথাটো বৰ মিছাও নহয়। পিছে আজিকালিৰ তথ্য-প্ৰযুক্তিৰ দিনত ওলোৱা পেষ্টখিনি পুনৰ টিউবত ভৰাবলৈ বৰ টান নহ'ব কিজানি। ওপৰৰ কৌতুকটো বহু দিনৰ আগতে পঢ়া। খুব সম্ভৱ বিস্ময়ৰ প্ৰশ্নোত্তৰ শিতানত কোনোবা তীখৰ পাঠকৰ প্ৰশ্নৰ উত্তৰ বিদূষকে এইদৰে দিছিল! যিকি নহওক, আমি জনাত কোনো কামেইতো সহজ নহয়! যুগৰ পৰিবৰ্তন হৈছে। মানুহৰ জীৱনধাৰণৰ পদ্ধতিও সলনি হৈছে। উপভোগৰ আহিলা বাঢ়িছে। আগতে পাঁচহাজাৰ টকাত এমাহ চলা সংসাৰখন পোন্ধৰ হাজাৰতো নচলা হৈছে। লগে লগে বাঢ়ি গৈছে সংসাৰৰ টেন্‌ছন। শিক্ষা-দীক্ষা শেষ কৰাৰ পাছত জীৱিকা আহৰণৰ জটিল যুদ্ধও দিনে দিনে অধিক টান হৈ আহিছে। এই কথা সকলোৰে বাবে প্ৰযোজ্য: এজন চিকিৎসকে শিক্ষা গ্ৰহণ কৰা কালত আহৰণ কৰা বিদ্যাৰে বা অভিজ্ঞতাৰেই কেৱল ৰোগীৰ ৰোগ নিৰ্ধাৰণ কৰাত অসুবিধা আহি

পৰিছে। নতুন নতুন ৰোগ, নতুন নতুন বীজাণু আবিষ্কৃত হৈছে! আৰু ইয়াৰ চিকিৎসা পদ্ধতি আহৰণ কৰিবলৈ দৈনিক নতুনকৈ পঢ়িবলগা হৈছে! সলনি হৈছে চিকিৎসাশৈলী। শিক্ষা সাং কৰাৰ পাছতো 'আগবাঢ়িব খোজা' চিকিৎসকসকলে উপযুক্ত স্থানত পুনৰ ট্ৰেইনিং ল'বলগা হৈছে। একেটা কথাই সকলো বৃত্তিৰ ক্ষেত্ৰতে প্ৰযোজ্য হৈছে। কোম্পানীত কাম কৰা একাউণ্টেণ্ট বা প্ৰশাসকজনে আগতকৈ বেছি তথ্য হাতত মজুত কৰি ৰাখিবলগা হৈছে, কাৰণ বিভিন্ন চৰকাৰী বিভাগৰ নতুন নতুন নিৰ্দেশনা দৈনিক আহিবই লাগিছে। একেদৰে চৰকাৰী বিষয়াৰো কামৰ বোজা বাঢ়িছে। ৰেভিনিউ বঢ়াব লাগিব, অসাধু ব্যৱসায়ীৰ বিৰুদ্ধে কোৰ্টত মোকৰ্দমা কৰিব লাগিব, উন্নয়নমূলক কামত নিজকে নিয়োজিত কৰিব লাগিব, নিজৰ নিজৰ বিভাগৰ দায়িত্ব সুকলমে পালন কৰিব লাগিব আৰু লগতে চৌব্বিশ ঘণ্টাই ওপৰৱালাৰ ওচৰত জবাবদিহি হৈ থাকিব লাগিব। চৰকাৰী বিষয়াৰ লগতে একেদৰে ব্যৱসায়ী জনৰোতো সমস্যাৰ শেষেই নাই! প্ৰথমেই, কাম কৰাবৰ বাবে উপযুক্ত মানুহ নাই। তাৰ পিছত কেঁচামাল নাই, বিজুলী নাই, পানী নাই, অনিয়মীয়া বিদ্যুৎ যোগানৰ লগতে লাখটকীয়া বিদ্যুতৰ বিল, মাহৰ প্ৰথম সপ্তাহত কৰ্মচাৰীৰ দৰমহা, পাবলগীয়া টকাকেইটা উলিয়াবলৈ বিভিন্ন বিভাগৰ বিভিন্ন বৰমূৰীয়া বা বিভিন্ন টেবুলে টেবুলে পদলেহন (!), বেংকৰ ঋণৰ তাগাদা আদি এশ এবুৰি সমস্যা। কামবোৰতো যথেষ্ট টান। আগতে কলম পিহি জীৱনটো শেষ কৰিব খোজা কৰ্মচাৰীজনে নতুনকৈ কম্পিউটাৰ শিকিবলগা হৈছে। কাৰণ, আধুনিক পৰিচালন পদ্ধতিত বিশ্বাস কৰা মেনেজমেণ্টক হাতৰ আঙুলিৰ টিপাতে তথ্য লাগে! দামী কোম্পানীবোৰৰতো কথাই নাই। তেওঁলোকৰ মন্ত্ৰই হ'ল 'ইনফৰমেশ্যন ইজ পাৱাৰ'! তেওঁলোকৰ অত্যাধুনিক চফ্টৱেৰ সন্দৰ্ভত যদি কাৰোবাৰ জ্ঞান নাই— গ'ল্ডেন হেণ্ডশ্বেক দি বিদায় দিছে সেই কৰ্মচাৰীক। নিজৰ জীৱিকা বচাবলৈ মেট্ৰ' চহৰত নিশাৰ কম্পিউটাৰ শিক্ষা প্ৰতিষ্ঠানবোৰত প্ৰশিক্ষণ লোৱা প্ৰাৰ্থীৰ সংখ্যা বাঢ়িছে। নিজা খৰচত, নিজৰ অৱসৰৰ সময়ৰ আনন্দ বাদ দি বিভিন্ন প্ৰতিষ্ঠানৰ কৰ্মচাৰীয়ে আধুনিক কম্পিউটাৰৰ শিক্ষা গ্ৰহণ কৰিছে। আকৌ পূৰ্ব নিৰ্ধাৰিত সময়তেই অফিচলৈও আহিছে। ইয়াৰ বাদে উপায়োযে নাই। একেদৰে বোজা বাঢ়িছে শিক্ষকসকলৰো। বছৰে বছৰে সলনি হৈছে পাঠ্যক্ৰম। আজিৰ ক্লাছ ছেভেনৰ ছাত্ৰই দহ বছৰৰ আগৰ ক্লাছ ইলেভেনৰ অংক কৰিব লাগে! পাঠ্যক্ৰমত অন্তৰ্ভুক্ত হৈছে নতুন নতুন বিষয়, যিবোৰ বিষয় হয়তো শিক্ষকজনৰ শিক্ষা আহৰণৰ সমগ্ৰ সময়ছোৱাতে নাছিল। তথাপি ছাত্ৰ-ছাত্ৰীকতো পঢ়াবই লাগিব। সেয়ে আকৌ ঘূৰি যাবলগা হৈছে ৰিফ্ৰেছাৰ্চ ক'ৰ্ছ কৰিবলৈ। সকলো প্ৰতিভাবান ছাত্ৰ-ছাত্ৰীৰ বাবে লোভনীয় ভাৰতীয় প্ৰশাসনিক সেৱাৰ বিষয়াসকলৰ জানো সমস্যা কম? মন্ত্ৰী, ৰাজনৈতিক নেতা-পালিনেতাৰ হেঁচা, অদক্ষ কৰ্মচাৰীৰ বোজা, আঁচনি ৰূপায়ণ নোহোৱাৰ সমস্যা, আইন আৰু প্ৰশাসন নিকাকৈ (যিমান পাৰি অন্ততঃ...) ৰাখিবলৈ কৰা প্ৰচেষ্টা, ৰাইজৰ শত-সহস্ৰ দাবী চৰকাৰৰ হৈ চম্ভালাৰ

সমস্যা...; এই সকলোবোৰৰ মাজত দহটাৰ পৰা পাঁচটালৈ ৰুটিনমাফিক চাকৰি কৰি শান্তিত থাকিব নোৱাৰে এইসকল বিষয়াও! দিনটোৰ চৌব্বিশ ঘণ্টাই কাঢ়ি লয় দায়িত্বৰ বোজাই! মুঠতে শিক্ষা সাং কৰাৰ পিছৰ পৰ্যায়টো সঁচাকৈয়ে অতি কঠিন। আগতে কৈ অহাৰ দৰে এই কথা সকলো বৃত্তিৰ সকলো ব্যক্তিৰ বাবেই প্ৰযোজ্য।

তেনেহ'লে আটাইতকৈ সহজ কামটোনো কোনটো? একে উশাহতে দিব পাৰি ইয়াৰ উত্তৰ। পঢ়া! পঢ়া-শুনা কৰাটোৱেই পৃথিৱীৰ আটাইতকৈ সহজ কাম। ভালকৈ পঢ়া-শুনা কৰি শিক্ষাগ্ৰহণ কৰাটোতকৈ সহজ কাম জানো কিবা আছে? ইয়াত আমাৰটো কৰিবলৈ একো নাই। বুৰঞ্জী, ভূগোল, ৰসায়ন, পদাৰ্থবিদ্যা, অংক, জ্যোতিৰ্বিজ্ঞান, ঔষধবিজ্ঞান, মেনেজমেণ্ট, কম্পিউটাৰ, নৃতত্ত্ব, চিকিৎসা বিজ্ঞান, ইঞ্জিনিয়াৰিং, কলা, বাণিজ্য; সকলো বিষয়তে মহা মহা পণ্ডিতসকলে জীৱনৰ এছোৱা সময়ৰ সাধনাৰে সকলো প্ৰয়োজনীয় তথ্য লিপিবদ্ধ কৰি গৈছে। জ্ঞানাৰ্জনৰ বাবে প্ৰয়োজনীয় সকলো উপাদান, বিজ্ঞানৰ তথ্য, অংকশাস্ত্ৰৰ পাদ্য-উপপাদ্য, জ্যোতিৰ্বিজ্ঞানৰ সকলো তথ্য, মানৱ শৰীৰৰ সকলো তথ্য, জীৱজগতৰ সকলো দিশ ইত্যাদি সামৰি বিভিন্ন বিষয়ৰ বিষয়ে বিভিন্ন পাঠ্যক্ৰমত অতি সহজে বুজি পোৱাকৈ সকলো সমাধানসূত্ৰ দি গৈছে। জ্ঞানাৰ্জনৰ প্ৰাথমিক পৰ্যায় পাৰ কৰিবলৈ ইয়াত শিক্ষাৰ্থীসকলৰতো কৰিবলগীয়া একোৱেই নাই, মাত্ৰ পঢ়াৰ বাহিৰে। সেয়া কৰিবলৈকো সহায় কৰিবলৈ পিতৃ-মাতৃ আছে, যি অধ্যয়নৰত পুত্ৰ-কন্যাক নিজৰ ক্ষমতাৰ বাহিৰলৈ গৈয়ো সম্ভৱপৰ তথা প্ৰয়োজনীয় সকলো সুবিধা প্ৰদান কৰে। শিক্ষক-শিক্ষয়িত্ৰী আছে, যি নুবুজা কথা বুজাই দিবলৈ সৰ্বক্ষণ প্ৰস্তুত থাকে। শিক্ষানুষ্ঠান আছে— যি মহা মহা মনীষীসকলে লিপিবদ্ধ কৰি যোৱা জ্ঞানৰ ভাণ্ডাৰ বা তথ্যপাতিসমূহ আৰু ভালকৈ বুজাবলৈ প্ৰয়োজনীয় সকলো পৰিকাঠামো বা আন্তঃগাঁথনিৰ যোগান ধৰে। শিক্ষাৰ্থীসকলে মাত্ৰ আৰামত বহি, মগজু/মন স্থিৰ কৰি তথ্যসমূহ গোগ্ৰাসে গিলিবহে লাগে! নতুনকৈ কিবা আৱিষ্কাৰতো কৰিব নালাগে... (অন্ততঃ ন্যূনতম শিক্ষাগত অৰ্হতাখিনিৰ আনুষ্ঠানিক শিক্ষা সম্পূৰ্ণ কৰিবলৈ!)।

একেদৰে আনুষ্ঠানিক শিক্ষাৰ সমান্তৰালভাৱে, জ্ঞানাৰ্জনৰ অমৃতসুধা পান কৰিবলৈ পৃথিৱীৰ বিভিন্ন লেখক, সাহিত্যিক অথবা মহা মহা মনীষীয়ে তেওঁলোকৰ জীৱনৰ সমগ্ৰ অভিজ্ঞতা তথা জ্ঞানৰ ফচল মানুহৰ বাবে কিতাপৰ ৰূপত দান দি গৈছে। এই অলেখ কিতাপৰ মাজত সোমাই থকা অজস্ৰ লেখা নপঢ়াকৈয়ে যে এই পৃথিৱীৰ পৰা এদিন মেলানি মাগিব লাগিব, সেই দুখজনক সত্যই সমাজৰ এচামক সদায় আমনি দি আহিছে। কিন্তু এয়া এমুঠিমান মানুহৰহে অনুভৱ। সৰ্বসাধাৰণতো বাদেই, বহু শিক্ষাৰ্থীকেই নিজৰ পাঠ্যক্ৰমৰ বাদে অন্যান্য বিষয়ৰ কোনো লেখা, কিতাপ বা সাহিত্যকৰ্ম হাতেৰে চুই চোৱাও দেখা নাযায়। আজিকালি সৰহভাগৰে আকৌ কিতাপতকৈ দৃশ্য-শ্ৰব্য মাধ্যমৰ প্ৰতিহে আকৰ্ষণ বৃদ্ধি পাইছে। পিছে দৃশ্য-শ্ৰব্য মাধ্যমৰ যোগেদি মানুহৰ

কল্পনাশক্তি বা মগজুৰ শক্তি বৃদ্ধি নহয়, বৰঞ্চ এনে মাধ্যমে মগজুৰ চিন্তাশক্তি বা কল্পনাশক্তি এক নিৰ্দিষ্ট সীমাৰেখাৰ মাজত ৰাখিবলৈহে বাধ্য কৰায়। কিন্তু ইয়াৰ বিপৰীতে কিতাপ অধ্যয়নে মগজুৰ কল্পনাশক্তিৰ বিকাশ ঘটায়। এখন কিতাপ পঢ়াৰ অভিজ্ঞতাই যিকোনো মানুহৰ জ্ঞানৰ ভঁৰালৰ বৃদ্ধি কৰে, চিন্তাশক্তিৰ উদ্ৰেক ঘটায় আৰু মগজুৰ প্ৰয়োজনীয় খাদ্যৰ যোগান ধৰাৰ লগতে কিতাপ পঢ়াৰ মধুৰ আনন্দই বহু সময়লৈকে মন আচ্ছন্ন কৰি ৰাখে।

এই অজস্ৰ কিতাপৰ মাজৰ পৰা নিজৰ সামৰ্থ্য অনুযায়ী পঢ়ি যোৱাটো চাবলৈ গ'লে কিমান সহজ কাম! নিজৰ সুবিধানুযায়ী, নিজৰ সময়ত হাতত পোৱা কিতাপখন পঢ়িবহে লাগে! তেনেহ'লে ইমান সহজ কামটোৰ প্ৰতি শিক্ষাৰ্থীসকলৰ অনীহা কিয়? প্ৰায় সকলো শিক্ষাৰ্থীয়ে ভাবে, পঢ়ি-শুনি শিক্ষা সাং কৰি 'কিবা এটাত' সোমাব পাৰিলেই ৰক্ষা! কিন্তু সেয়া খাল এৰি পুখুৰীত পৰাৰ নিচিনা নহয় জানো? শিক্ষাগ্ৰহণ কৰি থকা সময়ছোৱাৱেই জীৱনৰ আটাইতকৈ সহজ আৰু সোণালী সময়। এই সময়খিনিতে শিক্ষাৰ্থীসকলে কিতাপ পঢ়াৰ অভ্যাস কৰিব লাগিব। কাৰণ, আহিবলগা জীৱনৰ আটাইতকৈ কঠিন পৰ্যায়টো সুন্দৰকৈ পাৰ কৰিবলৈ শিক্ষাৰ্থীসকলে জীৱনৰ আটাইতকৈ সহজ কামখিনি অৰ্থাৎ পঢ়া-শুনা কৰা কামখিনি এতিয়াই মনপূতি নকৰিলে ভৱিষ্যতে ই আটাইতকৈ টান কৰ্মত পৰিণত হ'ব। পঢ়া-শুনা কৰাতকৈ সহজ কাম পৃথিৱীতযে একোৱেই নাই!!

পূৰ্বপ্ৰকাশ : আমাৰ অসম, ৭ জুন/২০০৮

# ১০। বৰমূৰীয়াৰ ভেম

কাৰ্যালয়ৰ বাহিৰৰ নামফলকত নামৰ আগে-পিছে শিক্ষাগত বা ৰজাঘৰীয়া পদমৰ্যাদাৰ নেগুৰ, বাহিৰত, ক'ৰবাত খাকী পোছাকত, ক'ৰবাত বগা ইউনিফৰ্ম পৰিহিত চন্তৰী, ভিতৰত লগ পাওঁ বুলিও লগ পাব নোৱৰা গহীন-গম্ভীৰ বিষয়া। এয়া সৰহ সংখ্যক কাৰ্যালয়ত সচৰাচৰ দেখা প্ৰতিচ্ছবি। আপোনাৰ বা মোৰ কাম যিমানেই জৰুৰী নহওক, ভিতৰৰ বিশাল কক্ষত বহি থকাজনৰ কৃপা নহ'লে, লগ পোৱাটো অসম্ভৱ। তেত্ৰিশ কোটি দেৱতাৰ নাম লৈ গায়ত্ৰী মন্ত্ৰ জপ কৰাৰ পাছত, ওপৰত থকাজন কেনেবাকৈ সন্তুষ্ট হ'লে, ভিতৰৰ জনক লগ পাব পাৰে। পিছে পালেও জানো কোনোবাই আপোনাৰ কথা মন দি শুনে?

আপুনি ছমাহ বা বছৰ ধৰি ভুগি থকা সমস্যাটোৰ কথা থিয়ৈ থিয়ৈ এক বা দুই মিনিটত শেষ কৰিবলৈ বাধ্য। কাৰণ, এনে বিশাল কক্ষত, উচ্চ পদমৰ্যাদাৰ অহংকাৰ লৈ বহি থকাজন কেৱল আপোনাৰ/মোৰ সমস্যা সমাধান কৰিবলৈকে বহি থকা নাই।

তেখেতসকলৰ 'অন্যান্য' বহুত কাম থাকে। সেয়ে হয়তো এনে বহুতে সন্মুখৰ অভ্যাগতৰ বাবে ৰখা আসনত 'বহক' বুলি ক'বলৈয়ো টান পায়। শতকৰা দুজনমানে এই স্বভাবজাত অহংবোধৰ পৰিসীমাৰ বাহিৰলৈ গৈ হয়তো অভ্যাগত বা দৰ্শনাৰ্থীজনৰ মনৰ ভাব বুজিবলৈ যত্ন কৰে, দৰ্শনাৰ্থীজনৰ পৰিচয়জ্ঞাপক কিবা উল্লেখনীয় বিশেষণ নাথাকিলেও সন্মুখৰ খালী চকীখনত বিষয়টো আৰম্ভ কৰাৰ আগতে বহিবলৈ কয়। এনেক্ষেত্ৰত সমস্যাৰ সমাধান হওক নহওক, দৰ্শনাৰ্থীজনে সকাহ পায়, বুকুখন শাঁত পৰে। কিন্তু সৰহ সংখ্যকৰ ক্ষেত্ৰত বিশিষ্ট পদাধিকাৰীসকলৰ স্বভাবজাত অহংবোধ বা তেনে ব্যৱহাৰে ভুক্তভোগীসকলৰ মনত তিক্ততাৰ সৃষ্টি কৰাৰ লগতে কৰ্মকুশলতা তথা কৰ্মসংস্কৃতি ধ্বংস কৰে।

নমস্য সাহিত্যিক ড° ভবেন্দ্ৰনাথ শইকীয়া ছাৰে খুব সম্ভৱতঃ প্ৰান্তিকৰ পাতত বহু বছৰ আগতে 'টেবুলৰ সিপাৰৰ মানুহজন' (শিৰোনাম পাহৰিছোঁ) জাতীয় এটা লেখা প্ৰকাশ কৰিছিল। বিভিন্ন অভিযোগ লৈ চৰকাৰী কাৰ্যালয়বোৰলৈ অহা বিভিন্নজনৰ সমস্যাবোৰ সংশ্লিষ্ট বিষয়া বা কৰ্মচাৰীজনক সেই মানুহবোৰৰ অৱস্থানৰ পৰা বিবেচনা কৰিবলৈ আহ্বান জনাইছিল। পিছে লিখিলেই কোনোবাই মানিবনে? অসম মুলুকত কিমান কথা লেখা হ'ল! বন্ধ নালাগে বুলি হাজাৰ হাজাৰ শব্দৰ শ্ৰাদ্ধ হ'ল, হৈ আছে আৰু হৈয়ো থাকিব। পিছে এনে লেখাৰ পৰা সৰু-সুৰা আঞ্চলিক বন্ধ এটাও বন্ধ হ'লনে? যিয়েই নহওক, এই কথা এই লেখাত অপ্ৰাসংগিক। সেয়ে আগৰ প্ৰসংগলৈ ঘূৰি আহোঁ।

ভেম যে অকল ওপৰত কৈ অহাৰ দৰে পৰিৱেশত অৱস্থানৰত কেৱল ৰজাঘৰীয়া উচ্চ পদাধিকাৰীসকলৰেই আছে তেনে নহয়। নামৰ পিছত বিশেষণ বা উপাধি লাগিলেই বহুতৰ অহংবোধ জাতীয় সমস্যাৰ সৃষ্টি হয়। যিজন ব্যক্তি এনে 'বিশেষণ' লগাৰ আগলৈকে আপোনাৰ মোৰ দৰে সাধাৰণ মানুহ আছিল, বিশেষণ লগাৰ পিছদিনাৰ পৰাই নিজৰ বেগটোও নিজে দাঙিব নোৱৰা হয়। কালিলৈকে সহকৰ্মী হৈ থকা বা বিশেষণটি নাথাকিলে আজিও নিজস্ব গুণগত মানেৰে অন্যান্য সহকৰ্মীতকৈ বিশেষ একো স্বকীয় প্ৰতিভা নাথাকিলেও বিশেষণৰ অহংকাৰত সহকৰ্মীক আঙুলিৰ ঠাৰেৰে নিৰ্দেশ দিয়ে, কাৰণ বুজিবলৈ চেষ্টা নকৰাকৈ সৰু কাম এটা নহ'লেই মুখৰ পৰা কদৰ্থনা নিৰ্গত হয়। পিছে, আগতে কৈ অহাৰ দৰে এনে জাতীয় বৰমূৰীয়াৰ ভেমে কৰ্ম সংস্কৃতিহে ধ্বংস কৰে। এটা কথা স্পষ্ট যে মই কৰা আন্তৰিকতাপূৰ্ণ সৎ কামখিনি যদি মোৰ ওপৰৱালা হিচাপে আপুনি কোনোদিনে স্বীকৃতি দিয়া নাই, আপুনি নিয়ন্ত্ৰণ কৰা বিভাগটো বা প্ৰতিষ্ঠানটোত পেটৰ ভাতমুঠিৰ তাড়নাত আপোনাৰ দৰেই শিক্ষাগত অৰ্হতাৰ (বিভাগ বেলেগ হ'ব পাৰে!), মই যে মোৰ জীৱনৰ মূল্যবান সময়খিনি দিয়াৰ পিছতো কোনোদিন আপোনাৰ মুখৰ পৰা সামান্য প্ৰশংসাসূচক হাঁহি এটা বা এষাৰ অনুপ্ৰেৰণামূলক বাক্যও নিৰ্গত হোৱা নাই, তেনেক্ষেত্ৰত মোৰ সৰু ভুল এটাৰ বাবে

আপোনাৰ ককৰ্থনা শুনিবলৈ মই কিন্তু ৰাজী নহয়। কাৰণ, মই বা মোৰ দৰে এচাম কৰ্তব্যপৰায়ণ মানুহৰ বাবেহে আপোনাৰ বিভাগটো বা প্ৰতিষ্ঠানটো নিয়াৰিকৈ চলি আছে।

সঁচা কথা, প্ৰশাসনিক নিয়ন্ত্ৰণৰ বাবে বিভিন্ন বিভাগ বা বিভিন্ন প্ৰতিষ্ঠানৰ বৰমূৰীয়াসকলে তলৰ কৰ্মীসকলৰ লগত সদায়ে 'আ গলে লাগ্ যা' হৈ থাকিব নোৱাৰে। কিন্তু ইয়াৰ মানে এয়াও নহয় যে তলৰ খাপৰ চাকৰি এটা কৰিলো বুলিয়েই মোৰ আত্মসন্মান নাই। যিমান ডাঙৰ বৰমূৰীয়াই নহওক কিয়, প্ৰতিজন ব্যক্তিকে সন্মানজনক ব্যৱহাৰ কৰাটো সকলোৰে কাম্য। খোদ ৰাজধানীত বিভিন্ন বিভাগীয় বা ব্যক্তিগত সমস্যা লৈ অতি উচ্চ পদাধিকাৰীসকলক লগ ধৰিবলৈ যোৱাৰ তিতা-কেঁহা অভিজ্ঞতাৰ কথা বহু বিষয়া-কৰ্মচাৰীয়ে সঘনে আলোচনা কৰে। নিশাৰ বাছত গৈ কোনোমতে হোটেলত মূৰটো সুমুৱাই নাকে-কাণে কিবা এটা গুঁজি, ৰাজধানীলৈ দৌৰক। বাঞ্ছিত পদাধিকাৰীৰ কোঠাৰ বাহিৰত ভোকে-লঘোণে পৰ দিয়ক, চম্ভৰীৰ হাতত দিয়া আপোনাৰ নাম-ঠিকনা লিখা শ্লিপ টুকুৰাৰ ভাগ্য সদায় ইমান সদয় নাথাকে যে একেদিনাই আপোনাৰ প্ৰয়োজনীয় বিষয়াৰ দৰ্শন পাব! আপোনাৰ চকুৰ আগেদিয়ে ঘপ্‌কৈ দুৱাৰ খুলি সোমাই যাব কোনোবা বিশিষ্ট ব্যক্তি, আপোনাৰ চিনাকি কোনো বিষয়া। ওঁহো লাভ নাই— ডিঙি মেলি নিজক দেখুৱাবলৈ যত্ন কৰিলেও সেই মুহূৰ্তত আপোনাক কোনেও চিনি নাপায়। সকলো ভীষণ ব্যস্ত। কাম নাই কেৱল আপোনাৰ। কিন্তু ভাবকচোন, আপুনি/মইনো তেওঁলোকৰ কিমান সময় ল'ম? আন্তৰিকতাপূৰ্ণ দুটা মিনিট, দুই এটা সৰু নিৰ্দেশনাই সকলো সমস্যা/তিক্ততা দেখোন ছেকেণ্ডতে চম্ভালিব পাৰে। কিন্তু সচৰাচৰ এনে কৰা নহয়। আপুনি আজিহে গৈছে, যোৱা এসপ্তাহ ধৰি গৈ থকাজনকে দেখোন মই লগ কৰা নাই।

এয়া ভেম। অনৰ্থক আৰু অপকাৰী ভেম। কৰ্মক্ষেত্ৰৰ লগতে ব্যক্তিগত জীৱনতো এনে জাতীয় অনৰ্থক ভেমৰ পৰা সৃষ্টি হোৱা তিক্ততাৰ ওপৰত মলম লগোৱা অসম্ভৱ। এটা কথা সত্য যে সমাজৰ উচ্চৰ পৰা উচ্চতম অৱস্থানত আৰোহণ কৰাজনৰো যথেষ্ট সমস্যা থাকে। সকলোৰে লগত শাক খোৱা/ভাত খোৱা কথা পাতি থাকিবলৈ তেওঁলোকৰ সঁচাকৈয়ে সময় নাথাকে। এখন জিলা, ৰাজ্য, দেশ বা যিকোনো প্ৰতিষ্ঠান এনে অৱস্থানত কৰ্মৰতসকলৰ বাবেই নিয়াৰিকৈ চলি থাকে। সৰ্বসাধাৰণে গম নোপোৱাকৈ দিনে যোল্ল/সোতৰ ঘণ্টা কামৰ বোজাত মগ্ন থাকিবলগা হোৱা উচ্চ পদাধিকাৰীসকলৰ বিশাল প্ৰতিভাই সকলো সমস্যাকেই চম্ভালি লয়। কিন্তু ইয়াৰ মানে এইটো নহয় যে এনে প্ৰচুৰ দায়িত্ব লৈ আছে বুলিয়েই আমিবোৰ এওঁলোকৰ অহৈতুকী ভেমৰ চিকাৰ হ'ম! পৃথিৱীত বহু বিশিষ্ট ব্যক্তি, উচ্চ পদাধিকাৰী বা বহুৰাষ্ট্ৰীয় সফল ব্যৱসায়গোষ্ঠীৰ সৰ্বময় হৰ্তাকৰ্তা আছে, যি প্ৰতিষ্ঠানৰ মূল প্ৰৱেশদ্বাৰত কৰ্তব্যৰত সুৰক্ষাকৰ্মীজনৰ সন্তানৰ নামো মনত ৰাখে। এয়া মানৱীয়তা। মানুহৰ প্ৰতি মানুহৰ

অনুভৱৰ প্ৰকাশ। ইয়াৰ বিনিময়ত এনে পদাধিকাৰী বা প্ৰতিষ্ঠানৰ নিয়ন্ত্ৰকসকলে পায় সহকৰ্মীসকলৰ হৃদয়ৰ আন্তৰিকতা, যি বঢ়াই তোলে কৰ্মদক্ষতা আৰু পাৰদৰ্শিতা, যাৰ নিশ্চিত ফলাফল আনন্দময় সফলতা।

এই যুগৰ মানুহ নিজৰ অধিকাৰৰ প্ৰতি অত্যন্ত সচেতন। কাৰোবাৰ অধীনত কাম কৰিছো বুলিয়েই ভুল নাথাকিলেতো বাদেই, ভুল থাকিলেও শাৰীৰিক পিছৰ কথা, মানসিকভাৱেও কোনেও কাকো অত্যাচাৰ কৰিব নোৱাৰে। ভুল হ'লে, অনুশাসন ভংগ কৰিলে, আইনসংগত ব্যৱস্থাহে ল'ব পাৰিব। এনেস্থলত, উচ্চ পদাধিকাৰী বা বৰমূৰীয়াসকলে মিছা অহংবোধ, আত্মাভিমান বা অহেতুক (যিহেতু এই ধৰাত কোনোৱেই স্থায়ী নহয়) ভেম আঁতৰাই সকলোকে 'আহাঁ, কাম কৰোঁ' (সেই যে সাধুটো...) বুলি অনুপ্ৰাণিত কৰিলে সকলোৰে মনবোৰ ফৰকাল হ'ব। ঋণাত্মক শংকা, অনৰ্থক ভয় আৰু চিন্তাৰ ক'লীয়া ডাৱৰো নেথাকিব।

শাওণৰ ওন্দোলা আকাশ আৰু শৰতৰ ৰৌদ্ৰোজ্জ্বল দুপৰীয়াৰ মাজত পাৰ্থক্য নাই বুলিলেই হ'ব জানো?

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিধ্বনি, ১৯ মাৰ্চ/২০০৮

# ১১।

## ড° মহেন্দ্ৰ বৰা পথ

কিছুদিনৰ আগতে বাতৰি কাকতত প্ৰকাশিত হৈছিল এক ছবি!

অসম আন্দোলনৰ কোনোবা এজন ছহিদৰ এক দুখুনী মাতৃ থিয় হৈ আছে অৰ্ধনিৰ্মিত (কেৱল খুঁটাকেইটাহে নিৰ্মিত) এক সম্ভাব্য ভৱন(?)ৰ কাষত। মাতৃগৰাকীৰ পুত্ৰ আন্দোলনত ছহিদ হোৱা বহু বছৰেই পাৰ হৈ গ'ল। ছহিদৰ স্মৃতিৰক্ষাৰ বাবে সেই সময়ত সৃষ্টি হোৱা আৱেগ, উচ্ছাসৰ জুইকুৰা কাহানিবাই নুমাই গ'ল। ৰজা-মহাৰজা, ৰথী-মহাৰথীও সলনি হ'ল। কেৱল বুকুত একুৰা ক্ষোভ আৰু দুখৰ বোজা লৈ ৰৈ গ'ল এগৰাকী অসহায়, দুখুনী, নিঃসংগ মাতৃ। যি ৰাজনীতি নাজানে— মাথোঁ বুজি পায় তগ্‌বগীয়া, উজ্জ্বল, সাহসী এক সন্তান, যি দেশৰ কাৰণে কাৰোবাৰ আহ্বানত 'ৰণলৈ' গৈ ছহিদ হোৱাৰ বেদনা। সেই ছহিদৰ স্মৃতিৰ নামত কোনোবাই কিবা কৰিব খুজিলে অকণমান হ'লেও হয়তো বুকুৰ পোৰণি কমে। কিন্তু কৰিব বুলি অসমাপ্তকৈ পেলাই থোৱা এক স্মৃতিস্তম্ভ বা ভৱনৰ আধাৰশিলাই বুকুৰ মাজৰ ক্ষোভৰ জুইকুৰা আৰু বেছিকৈ জ্বলাত সহায় কৰে, কাৰণ অবহেলা কৰাতকৈ একো নকৰাটোও ভাল।

কিন্তু কথাবিলাক সচৰাচৰ এনেকুৱা হোৱাই দেখা যায়।

এই ধৰাত কিছু ব্যক্তি অসামান্য প্ৰতিভা লৈ জন্ম হয়। এওঁলোকৰ মহৎ গুণৰাজিৰ দ্বাৰা পৃথিৱীৰ সকলো লোকৰে প্ৰভূত উপকাৰ হয়। সাহিত্যিক, বিজ্ঞানী, সমাজসেৱক আদি ৰূপত এই মহৎ লোকসকলে সমাজৰ হিতৰ বাবে সৰ্বদা কাম কৰি যায়। ব্যক্তিস্বাৰ্থৰ উৰ্দ্ধত থাকি, ধুনীয়া পৃথিৱীখন আৰু ধুনীয়াকৈ সজাবলৈ এইসকল মনীষীয়ে জীৱনৰ প্ৰতিটো মুহূৰ্ত খৰচ কৰে। বহুক্ষেত্ৰত বহুজনে এনে কাৰ্যৰ বাবে জীৱনো বলিদান দিয়ে। এই মহান ব্যক্তিসকলৰ ত্যাগ আৰু অৱদানৰ বাবে পৃথিৱীখনত নতুন চিন্তাধাৰাৰ সৃষ্টি হয়। অসুৰ বিনাশ হয়। মানুহৰ পৃথিৱীখনত মানুহ থাকিবলৈ প্ৰেৰণাৰ সৃষ্টি হয়।

এইসকল লোকৰ স্মৃতিৰক্ষাৰ বাবে কিবাকিবি কৰাটো সভ্য জাতিৰ নিদৰ্শন। পৃথিৱীৰ সকলো দেশতে এনে অপাৰ গুণসম্পন্ন লোকসকলৰ স্মৃতিৰ বাবে, ক'ৰবাত স্মৃতিসৌধ নিৰ্মাণ, ক'ৰবাত পথ নামকৰণ, ক'ৰবাত দেশখনৰ গুৰুত্বপূৰ্ণ স্থানৰ নামকৰণ আদিৰে প্ৰচেষ্টা চলোৱা হয়। কোনো কোনো দেশত কোনোবা বিখ্যাত লেখকৰ কাল্পনিক চৰিত্ৰসমূহকে জীৱন্ত ৰূপ দি স্মৃতিৰক্ষাৰ প্ৰচেষ্টা চলোৱা হয়। ছাৰ আৰ্থাৰ কোনান ডায়েলৰ অমৰ সৃষ্টি ডিটেক্‌টিভ চাৰ্লক হোমছ্ আৰু সংগী ড' ৱাটছনৰ ছুইজাৰলেণ্ডৰ মেৰিজানত থকা প্ৰতিমূৰ্তিয়ে এই মহান লেখকজনৰ প্ৰচুৰ জনপ্ৰিয়তা তথা এজন লেখকৰ প্ৰতি এটা জাতিৰ কৃতজ্ঞতা আৰু শ্ৰদ্ধাৰ প্ৰকাশৰ কথা উপলব্ধি কৰায়। বহুক্ষেত্ৰত বহু মনীষীৰ স্মৃতিৰক্ষাৰ বাবে মনীষীজনৰ জন্মস্থান বা দেশৰ ভৌগোলিক সীমাৰেখাৰ বাহিৰৰ লোকো যত্নৱান হয়। মহাত্মা গান্ধী, ৰবিন্দ্ৰনাথ ঠাকুৰ, সুভাষ চন্দ্ৰ বসু, গোপীনাথ বৰদলৈ আদি মহান পুৰুষৰ স্মৃতিৰক্ষাৰ বাবে এইসকল মনীষীৰ জন্মস্থানৰ লোকেই নহয়, সমগ্ৰ দেশখনে যত্নৱান হয়।

কিন্তু ইয়াৰ মাজতে, কিছু কিছু উদাহৰণে একো একোজন মহান ব্যক্তিৰ স্মৃতিৰক্ষাৰ নামত কৰা ভেঁকোভাওনা উদঙাই দিয়ে। অসম আন্দোলনত সাতশৰো অধিক লোক নিহত হ'ল। আন্দোলনৰ গুৰি ধৰোঁতা সংস্থাই এওঁলোকৰ ত্যাগ আৰু বলিদানৰ বিনিময়ত জাতীয় ছহিদ ঘোষণা কৰিলে। এইখিনিলৈকে সকলো ঠিকেই থাকিল। পিছৰ পৰ্যায়ত আৰম্ভ হ'ল ছহিদস্তম্ভ নিৰ্মাণৰ ধুম। গাঁৱে-ভূঞে, জিলাই জিলাই, মহকুমাই মহকুমাই অসংখ্য ছহিদস্তম্ভই মূৰ দাঙি উঠিল। আৰু আজি? বাতৰি কাকতত প্ৰকাশ হয় ঘাঁহ-বন গজি পৰিত্যক্ত, অৱহেলিত অৱস্থাত কোনোবা বিদ্যালয়, মহাবিদ্যালয় বা কোনোবা সংঘৰ মুকলি বাকৰিত নীৰৱে, নিঃসংগভাৱে পৰি থকা কোনোবা স্মৃতিস্তম্ভৰ ফটো।

এয়া নিৰ্মম সত্য।

একেদৰে অসমৰ বহু ঠাইত দেখা যায় কোনোবা কোনোবা বিদগ্ধ পণ্ডিত বা প্ৰাতঃস্মৰণীয় ব্যক্তিৰ নামেৰে উৎসৰ্গিত কোনো পথ। বহু ঠাইত এনে বহু পথ আছে য'ত আজিলৈকে আলকতৰা এটোপালো পৰা নাই। পৰিছে যদিও কোনোবা স্বনামধন্য

ঠিকাদাৰৰ কৃপাত ছমাহতে উৱলি জৰাজীৰ্ণ ৰূপ লৈছে সেই পথে! তেনে এক পথৰ নামহৈ হ'ল ডিব্ৰুগড়ৰ ড° মহেন্দ্ৰ বৰা পথ। ওখৰা-মোখৰা পথটো জাৰকালি ধূলিময় আৰু বাৰিষা এছোৱা সদায় কৃত্ৰিম বানৰ কবলত পৰে। ভূতৰ ওপৰত দানহ ওলোৱাদি, মাজে মাজে টেলিফোন, ৰন্ধন গেছ বা আন কোনোবা বিভাগৰ খননকাৰ্য আছেই। কনভয় ৰোড পাৰ হৈ চাহ মজদুৰ সংঘলৈকে পথছোৱাত কেতিয়াবা ৰজা-মহাৰজাৰ আগমন উপলক্ষে দুই এটা শিলগুটি আৰু অলপ আলকতৰা দি বা ইয়াৰ অভাৱত (?) মাটি দিয়েই উলংগ গাঁতবোৰ ঢকাৰ প্ৰচেষ্টা চলোৱা দেখা যায়। কেইদিনমানৰ পাছত পুনৰ মুশ্চিকো ভৱঃ। একেই গাঁত, একেই ধূলি— একেই বান (নলা-নৰ্মদাৰ পানী?)ৰ অত্যাচাৰ। চাহ মজদুৰ সংঘ পাৰ হৈ বাকীছোৱাৰ অৱস্থা বৰ্ণনাতীত!

কথা হ'ল— ড° মহেন্দ্ৰ বৰাৰ দৰে এক বিদগ্ধ পণ্ডিত তথা প্ৰাতঃস্মৰণীয় ব্যক্তিৰ (যাৰ অৱদান অসমীয়া সাহিত্য জগতত চন্দ্ৰ-সূৰ্য থকালৈকে জিলিকি থাকিব) নামেৰে নামাংকৃত এটা পথৰ এনে দুৰৱস্থা হোৱাটো উচিতনে? পথ এটাৰ নামকৰণৰ দ্বাৰা যদি আমি এই স্বনামধন্য পণ্ডিতগৰাকীৰ স্মৃতিত শ্ৰদ্ধাৰ্ঘ্য নিৱেদন কৰিছোঁ— তেনেহ'লে এই শ্ৰদ্ধাৰ্ঘ্য— এনে হ'ব নালাগেনে, যিটো দেখি অন্ততঃ যাৰ স্মৃতিৰক্ষাৰ বাবে সেয়া কৰা হৈছে, তেওঁৰ বিষয়ে একো নজনা জনেও অন্ততঃ তেওঁনো কোন আছিল— সেয়া জানিবলৈ ইচ্ছুক হয়!

কিছু ব্যক্তি আছে যি জীৱিতকালতে এক পবিত্ৰ অনুষ্ঠানলৈ ৰূপান্তৰ হয়। এইসকল মনীষীৰ স্মৃতিৰ বাবে আনে একো নকৰিলেও জীৱিতকালত এওঁলোকৰ অৱদানে, এই মহান ব্যক্তিসকলক চিৰস্মৰণীয় কৰি ৰাখে। এইসকল ব্যক্তিৰ স্মৃতি শ্ৰদ্ধাৰ্ঘ্যৰ বাবে নিৰ্মিত বা নামাংকৃত অনুষ্ঠান, ভৱন, স্মৃতিসৌধ বা পথ, এইসকল মহান কৰ্মযোগীৰ স্মৃতি বুকুত বান্ধি নিজেই গৌৰৱান্বিত হয়।

সেইবুলি— আমি যদি তেনে স্মৃতি শ্ৰদ্ধাৰ্ঘ্য নিৱেদন কৰিছোঁৱেই, সেয়া যান্ত্ৰিক হ'লে ভাল নেদেখায়। এখন জিলা বা চহৰত কেইটানো স্মাৰক পথ থাকে— যাৰ সামান্য মেৰামতি কৰিবলৈকো ধনৰ অভাৱ? যদি আমি জানোৱেই যে সেই নিৰ্দিষ্ট অঞ্চলৰ সেই স্মাৰক পথটো মেৰামতি বা সুন্দৰকৈ নিৰ্মাণ কৰিবলৈ বৰ্তমান বা ভৱিষ্যতে ধনৰ অভাৱ হ'ব, তেনেহ'লে পৰাপক্ষত এনে নামকৰণ কাৰ্যসূচী নকৰাই ভাল। এটা ওখৰা-মোখৰা ধূলি ধূসৰিত, গাঁতেৰে ভৰা জৰাজীৰ্ণ পথ, বছৰৰ পিছত বছৰ ধৰি য'ত মেৰামতিৰ নামত শিলগুটি এটাও নপৰে, বাৰিষা নৰ্দমাৰ পানীৰ দ্বাৰা সৃষ্টি হোৱা কৃত্ৰিম বানে য'ত তাণ্ডৱ সৃষ্টি কৰে— তেনে এক পথ এক বিশাল ব্যক্তিত্বৰ মহিয়সী পণ্ডিতৰ নামত! কথাবোৰ সংশ্লিষ্ট পক্ষই চিন্তা কৰিলে, নিজৰ বাবে নহ'লেও, আনৰ আগত এক সংস্কৃত মনৰ পৰিচয় দিব পৰা যায়। ঠিক একেই বেদনাৰে নগৰে-চহৰে বৈ থকা আমাৰ জাতিৰ জনক মহাত্মা গান্ধীৰ বা নেতাজীৰ প্ৰতিমূৰ্তিৰ পৰাও বছৰেকত হয়তো মাথোঁ দুদিন আঁতৰোৱা হয় ভাগৰুৱা পক্ষীৰ বিষ্ঠা। জন্মজয়ন্তী

বা মৃত্যু দিবসৰ নামত ফুলৰ মালা, ধূপ-চাকিৰে সুশোভিত কৰা হয় মাৰ্বলৰ প্ৰতিমূৰ্তি। সন্ধ্যা জ্বলোৱা হয় পবিত্ৰ বন্তি। ইয়াৰ পাছত? দুদিন, তিনিদিন— হয়তো কেইবাদিনলৈ পৰি ৰয় অৱশিষ্ট মাটিৰ চাকিবোৰ মাৰ্বলৰ মূৰ্তিৰ চৌপাশে। ডিঙিত ওপচাই দিয়া ফুলৰ মালা শুকাই যায়। ৰ'দ-বৰষুণৰ মাজত ফুলৰ মালাত ভেঁকুৰ লাগে। কিন্তু কাৰো সময় নাথাকে সেই শুকান মালাবোৰ গুচাই দিবলৈ। ৰমক-জমক ফুলেৰে বছৰত এদিন হাঁহি থকা সেই প্ৰবাদপুৰুষসকলৰ অনাগত বছৰটো শুকান, গন্ধহীন পঁচা মালাৰ লগত সহঃঅৱস্থান হয়।

এয়া স্মৃতিচাৰণ নহয়। এয়া যান্ত্ৰিকতা। প্ৰাতঃস্মৰণীয় মনীষীৰ স্মৃতি ৰোমন্থন, স্মৃতি ৰক্ষাৰ্থে বা শ্ৰদ্ধাৰ্ঘ্য নিবেদনৰ এই পন্থা অসহনীয়। যদি আমাৰ ক্ষমতা নাই, হৃদয়ৰ সমস্ত বাহ্যিকতা বৰ্জন কৰি মনৰ শ্ৰদ্ধাৰে, বিদেহী মনীষীৰ আদৰ্শ ৰূপায়িত কৰিবলৈ যত্ন কৰাটোহে বাঞ্ছনীয়। কাৰণ এটা ভগ্নপ্ৰায় জৰাজীৰ্ণ পথ, অৰ্ধনিৰ্মিত এক স্মৃতিসৌধ বা গৰু-ছাগলীয়ে বিচৰণ কৰা এক ছহিদস্তম্ভই এটা জাতিৰ নেতিবাচক দিশটোহে প্ৰতিফলিত কৰে।

পূৰ্বপ্ৰকাশ : আমাৰ অসম, ২৮ ফেব্ৰুৱাৰী/২০০৮

# ১২।

## চান্দা বিচাৰি অহা ল'ৰাবোৰ

বতৰটো গোমা।

কিছুদিনৰ আগলৈকে চেপচেপীয়াকৈ বৰষুণ দি আছিল। ৰাস্তা-ঘাটত মানুহ কম। অফিচতো কাম-কাজ সিমান নাই। বাতৰি কাকত এখন মেলি খবৰবোৰ বাদ দি (!) প্ৰবন্ধপাতিবোৰত চকু ফুৰাই আছোঁ। কেতিয়াবা কেতিয়াবা কাম কৰিবৰ মন নাযায়। টিঙৰ চালত পৰা বৰষুণৰ শব্দৰ মাজত পঢ়া-শুনা কৰি মনটো সতেজ কৰিবলৈ মন যায়। শৈশৱৰ দিনবোৰলৈ মনত পৰে। টিঙৰ চালত বৰষুণৰ ৰিম্‌ঝিম্ শব্দ! বিছনাৰ কাষত কুমাৰ কিশোৰ, দস্যু ভাস্কৰ, পদ্ম বৰকটকী, যোগেশ দাস আদিৰ লগতে পূজা-বিহুৰ স্বাস্থ্যৱান আলোচনীৰ লোভনীয় সাহিত্য সম্ভাৰ। গোগ্ৰাসে গিলি যাওঁ। আঃ ক'ত হেৰাই গ'ল সেই সোণালী সুদিন। বাতৰি কাকতৰ খবৰত নাছিল— হত্যা-হিংসাৰ দাবানল। বিচাৰক ৰাজখোৱাৰ ফাঁচীয়ে আছিল একমাত্ৰ শিহৰণ যোগোৱা নৃশংস খবৰ। কাৰোবাৰ ঘৰত হোৱা চুৰি-ডকাইতিৰ খবৰ পঢ়িয়ে আমাৰ সৰু সৰু মনবোৰ কঁপি উঠিছিল। কিমান সুকোমল, পৱিত্ৰ আছিল সেই দিন। আমিবোৰ অন্ততঃ অলপ হ'লেও

সৌভাগ্যবান। দুহেজাৰ আঠত উপস্থিত হৈ ভাবিছোঁ— সেই সোণালী দিন গৰকি অহাৰ সৌভাগ্যতো আমাৰ হৈছে। আজিৰ জেনেৰেশ্যনৰ শিশুয়ে ক খ গ ঘ পঢ়িব পৰাৰ পাছৰে পৰা অভ্যস্ত— হত্যা, ধৰ্ষণ, লুটপাট আদি ভয়াবহ শব্দৰ লগত। হয়তো সময় সলনি হ'ল। আমিবোৰহে পুৰণি হৈ গ'লো!

স্বপ্নভংগ হ'ল।

হঠাতে কাৰ্যালয়লৈ সোমাই আহিল কেইজনমান 'দুৰন্ত তৰুণ'! কেইজনমান বেপৰোৱা, দুজনমান তুলনামূলকভাৱে নম্ৰ। বহিবলৈ কোৱাৰ আগতেই সশব্দে অধিকাৰ কৰি লয় সন্মুখত ৰখা অভ্যাগতৰ চকী (হায় শিষ্টাচাৰ!)। চেহেৰাপাতি দেখি কেতিয়াবা এনে লাগে যেন চৰকাৰী চাকৰি কৰি কিবা দোষহে কৰিছোঁ। সোতৰ বছৰ একেটা পদবীত থকাৰ গৌৰৱেৰে গৌৰৱান্বিত(!) এই চাকৰি জীৱনত মাহেকত অন্ততঃ দহবাৰ এনে বহু তৰুণক লগ পাওঁ। উদ্দেশ্য একেটাই। কাৰণ বেলেগ বেলেগ। কেতিয়াবা একেকেইজন যুৱকেই আহে বেলেগ বেলেগ কাৰণ লৈ। চান্দা— চান্দা লাগে। বিহু-পূজাৰ সময়ত এওঁলোকৰ আহ-যাহ বেছি হয়। বহুতে পোনপটীয়াকৈ বিচাৰে, বহুতে 'আৰ্থিক সাহায্যৰ বাবে' আবেদন কৰে। চেহেৰা দেখিয়ে গম পোৱা হৈছোঁ, কোন কিমান 'জেনুইন'। খেনোৱে আকৌ প্ৰথম পৰ্যায়ত 'উপদেষ্টা' পতাৰ সুখবৰটো চিঠিসহ দি যায়। চান্দাৰ কথা নুলিয়ায়। বুকুখন এহাত ফুলি যায়। পিছে এসপ্তাহ পাৰ নহয়েই! চান্দাৰ বহী লৈ উপস্থিত হয় একেকেইজন যুৱক। ৰাজহুৱা কাৰ্যসূচী এটাৰ 'উপদেষ্টা' হোৱাৰ বেলুনটো সশব্দে ফুটি যায়!

যি কি নহওক, নীৰৱ-নিস্তব্ধ পৰিৱেশত প্ৰিয় লেখক এজনৰ লেখা এটাৰ ৰসাস্বাদন কৰি থাকোঁতে হঠাতে অহা 'সমদল'টো দেখি স্বাভাৱিকতে ভ্ৰুকুঞ্চিত হ'ল। তথাপি উপায় নাই। চৰকাৰী কাৰ্যালয়লৈ অহা কাকো বেয়াকৈ কিবা এষাৰ কোৱাৰ উপায় নাই। চৰকাৰ প্ৰদত্ত আইডেণ্টিটি কাৰ্ডত স্পষ্টকৈ লিখা আছে— 'He is a public servant within the meaning of Indian Panel Code'!

প্ৰিয় লেখকৰ লেখাটোৰ লোভ সামৰি কথা আৰম্ভ কৰিলো। কথা পাতি লাগিল এওঁলোকৰ উদ্দেশ্য সৎ! গুৱাহাটীত ধৰ্ণা দিবৰ বাবে প্ৰতিনিধি পঠিয়াবলৈ, অমুক দিবসৰ মটৰ চাইকেল ৰেলী উলিয়াবলৈ, 'অমুক সংস্থাৰ বিশাল ৰাজহুৱা সভা' পাতিবলৈ বা অমুক জনগোষ্ঠীৰ মাহেকীয়া, পষেকীয়া বা বাৰ্ষিক অধিৱেশনলৈ চান্দা বিচাৰি অহা নাই। আহিছে স্থানীয় এক বৃক্ষৰোপণ কাৰ্যসূচীৰ বাবে 'আৰ্থিক সাহায্য' বিচাৰি! ল'ৰাকেইজনৰ চকুলৈ চালো। দুই এজনক বাদ দি বাকীকেইজনৰ চকুত কিবা এটা কৰাৰ মন। উদ্দেশ্যটোও বেয়া নহয়। কিন্তু মনত ভুমুকি মাৰিছিল কেইটামান প্ৰশ্নই। সুধিলো, বৃক্ষৰোপণৰ বাবে চান্দা কিয় লাগে? কথাবোৰ আগবাঢ়িল। তৰুণ প্ৰজন্মই কিবা কৰিব খুজিলে আৰু উদ্দেশ্যৰ সততা উপলব্ধি কৰিলে বাৰ্তালাপ কৰি ভাল লাগে। উত্তৰ কিন্তু বৰ মনঃপুত নহ'ল। সামাজিক বনানীকৰণ বিভাগে বিনা পইচাত

সুন্দৰ সুন্দৰ গছপুলি দিয়ে। গাঁৱৰ স্কুলৰ চৌকাষে বৃক্ষৰোপণ কৰিব যেতিয়া বাঁহ-বেতৰো অভাৱ নাথাকে। থাকিল বৃক্ষৰোপণ কৰা পুলিবোৰৰ চৌকাষে দিবলগা বাঁহৰ ঘেৰবোৰৰ নিৰ্মাণৰ বাবে প্ৰয়োজন হোৱা কৰ্মীৰ বাবে হাজিৰা! কিন্তু ইমান প্ৰতিপত্তি থকা সংস্থা এটাৰ কৰ্মীসকলে হাজিৰা দি কিয় কৰাব লাগে এই কাম! চুবুৰীয়াসকলক লৈ বা সংস্থাৰ কৰ্মীসকলেই দেখোন অনায়াসে শেষ কৰিব পাৰে এই কাম। বৃক্ষৰোপণৰ উপকাৰিতা আৰু প্ৰয়োজনৰ বিষয়ে আলোচনা কৰোঁতে সম্পাদক পৰ্যায়ৰ এজনে ক'লে— 'আমাৰ দেউতাই ৰুই যোৱা এটা গছপুলিয়ে বিদ্যালয় চৌহদত এক বিশাল বৃক্ষৰ ৰূপ লৈছে।' কিমান সুখৰ কথা! এক বৃক্ষ দশ পুত্ৰসম! কিন্তু বিশ, ত্ৰিশ, পঞ্চাশ বছৰৰ আগতে এই যুৱকৰ পিতৃয়ে বৃক্ষৰোপণৰ বাবেতো কাৰো পৰা বিচাৰি অহা নাছিল ধনৰ টোপোলা! তেখেতৰ ধন আছিল তেখেতৰ সততা, অঞ্চলটোৰ বাবে কিবা এটা কৰি যোৱাৰ মন আৰু সুদৃঢ় সমাজ সচেতনতা! ক'লো— বৃক্ষৰোপণৰ পিছৰ পৰ্যায়— যেনে, পুলিটোৰ চাৰিওকাষে দিবলগা ঘেৰবোৰ দুদিন পাছতেযে কোনোবাই কাটি নিব বা ঘেৰ নাইকীয়া পুলিটোৰ ওপৰত চৰণীয়া পশুৰযে তাণ্ডৱ নৃত্য নচলিব বা পুলিটোত সময়ে সময়ে সাৰ-জাবৰ, পানী দিব লাগিব, তাৰ বাবে আছেনে কিবা পৰিকল্পিত আঁচনি? উত্তৰ নাছিল কাৰো ওচৰত! এবছৰমানৰ আগেয়ে মুধাফুটা এক সংস্থাৰ কেইজনমান তৰুণ আহিছিল। চহৰখনৰ বন্ধ হৈ থকা নলাবোৰ পৰিষ্কাৰ কৰিব। কৰ্মীসকলৰ বাবে অন্ততঃ অলপ হ'লেও ভাত-চাহৰ বাবে চান্দা লাগে। এওঁলোকৰ সচেতনতা প্ৰশংসনীয়। চৰকাৰী বিভাগে নকৰা কাম কৰিবলৈ ওলাইছে। পিছে এনেবোৰ সংস্থাই এইবোৰ কাম নিজে কৰাতকৈ সংশ্লিষ্ট বিভাগৰ দ্বাৰা কৰোৱাবলৈ জনমত গঠন কৰিব পাৰিব লাগে। কৈছিলো— 'তোমালোক দুৰন্ত তৰুণ। এইবোৰৰ লগতে সমান্তৰালভাৱে নতুন প্ৰজন্মৰ মাজত শিক্ষাগ্ৰহণৰ আকৰ্ষণ বৃদ্ধি কৰা। গৰমৰ বন্ধত ক্লাছ নাইন-টেনৰ ছাত্ৰ-ছাত্ৰীৰ বাবে অত্যাধুনিক শিক্ষাৰ বাবে বিনামূলীয়া ক্লাছৰ ব্যৱস্থা কৰা। লাগিলে এজন শিক্ষকৰ এমাহৰ খৰচ আমিও বহন কৰিম।'

ল'ৰাকেইজন দ্বিতীয়বাৰলৈ ঘূৰি নাহিল!

এনে বহু উদাহৰণে ভাৰাক্ৰান্ত কৰে মন। অলপতে আৰু কেইজনমান যুৱক আহিছিল। কোনোবা এক জনগোষ্ঠীৰ অভিৱৰ্তন পাতিব। চান্দা দিয়াৰ আগতে স্বাভাৱিকভাৱেই আলোচনা আগবাঢ়িল। পিছপৰা জনগোষ্ঠীৰ সামাজিক উন্নয়নৰ বাবে এই অভিৱৰ্তন। প্ৰায় পোন্ধৰ হেজাৰ (?) প্ৰতিনিধিৰ উপস্থিতিৰে খদমদম হ'ব সৰু গাঁওখন। বিভিন্ন চৰকাৰী বিভাগে সহযোগিতা আগবঢ়াইছে। সাধ্যানুসৰি প্ৰতিশ্ৰুতি দিলো। পিছে দুদিন পাছতে বাতৰি কাগজত ওলাল, নিজৰ মাজতে হোৱা বাদানুবাদৰ ফলশ্ৰুতিত তথাকথিত 'বিশাল অভিৱৰ্তন'খন নহ'লগৈ! তেওঁলোকৰ মাজৰে দুজনমানে টেলিফোন কৰিলে— 'আপুনি অমুকক অলপো সহায় নকৰিব। মূল সংগঠনৰ নামত বিনা অনুমতিত চান্দা উঠোৱাৰ বাবে ...' ইত্যাদি ইত্যাদি! এইবোৰ কথাই মনবোৰ

সেমেকাই পেলায়। সৎ উদ্দেশ্যৰ বাবে সহায় বিচাৰি অহা সকলকো সন্দেহৰ দৃষ্টিৰে চাবলৈ বাধ্য কৰায়।

এই যে বিভিন্ন সংস্থা-সংগঠন আদিৰ ল'ৰাবোৰ, যি কিবাকিবি সংস্থা বা সংগঠনৰ নামত আৰ্থিক সাহায্য বিচাৰি অফিচে অফিচে ঘূৰি ফুৰে, যাৰ ভিতৰৰ কিছু সংগঠনৰ সঁচাকৈয়ে ৰাজহুৱা স্বাৰ্থৰ বাবে আপোনাৰ/মোৰ পৰা কিছু হ'লেও সহযোগিতাৰ দৰকাৰ— এওঁলোকক দেখি কেতিয়াবা ভাব হয়— এওঁলোকেতো সৰু হওক ডাঙৰ হওক এটা এটা সংস্থা পৰিচালনা কৰা, সেই সংস্থাৰ বেনাৰত সামাজিক বৃহত্তৰ স্বাৰ্থৰ হকে কিবা এটা কৰা বা সেই সংস্থাৰ পতাকাৰ তলত অন্ততঃ দহজন লোকক থিয় কৰাৰ পৰাৰ দৰে এক সম্ভাবনাময় অভিজ্ঞতাৰে পৰিপুষ্ট, তেনেহ'লে কিহৰ বাবে হাতত চান্দাৰ বহী লৈ ঘূৰি ফুৰাৰ সলনি, নিজৰ সংস্থাৰ পতাকাৰ তলত সমবেত হোৱা অন্ততঃ দহজন লোকৰ প্ৰভৃত সম্ভাৱনাপূৰ্ণ মানৱ সম্পদ সৰুকৈ হ'লেও উচিত তথা অৰ্থকৰী কাৰ্যত ব্যৱহাৰ নকৰে? এটা সংস্থা পৰিচালনা কৰা (অৱশ্যে আমাৰ আলোচনাত সৎ উদ্দেশ্যৰে প্ৰতিষ্ঠিত সংস্থাসমূহৰ কথাহে কোৱা হৈছে), এটা চৰকাৰী কাৰ্যালয় পৰিচালনা কৰা আৰু এক ব্যৱসায় পৰিচালনা কৰা— এই সকলোতে কম-বেছি পৰিমাণে একেই মগজুৰ প্ৰয়োজন হয়। তেনেস্থলত, অসমত থকা হেজাৰ-বিজাৰ সংস্থাৰ নেতৃত্ব লোৱা উদীয়মান তথা প্ৰতিভাসম্পন্ন (নেতৃত্ব দিবলৈ প্ৰতিভা লাগিবই!) তৰুণ মানৱ সম্পদসমূহে, এই সংস্থাসমূহৰ সমৰ্থকসকলৰ সহযোগত, সেই একেই মগজুৰ পৰিকল্পনাৰে প্ৰকৃত আৰ্থিক স্বাধীনতা আনিবৰ বাবে যত্নপৰ নহয় কিয়? আপুনি নেতৃত্ব দিয়া সংস্থাটোৰ মাত্ৰ দহ বা পোন্ধৰজন কৰ্মীয়ে (আপোনাক লৈ কিন্তু!), বাতৰি কাকত, টি ভিলৈ বিবৃতি নিদিয়াকৈ নীৰৱে, গাইপতি দহজোপাকৈ কল ৰুই, একান্ত মনে পুলিকেইটাকে 'চান্দা পানী' যোগাই থাকিলে, এশজোপা কলগছে এসময়ত অন্ততঃ এটা অঞ্চলৰ মানুহক, বাহিৰৰ পৰা অহা গেছ দি পকোৱা গেঠেলা মৰা কল খাবলগা হোৱাৰ পৰাও উদ্ধাৰ কৰিব। লগতে পৰিশ্ৰমৰ বিনিময়ত দুপইচা পালে আপোনাৰ সংস্থাৰ এইকেইজন সদস্যই অন্ততঃ চান্দাৰ বহী লৈ ঘূৰি ফুৰিবলৈও সংকোচ কৰিব!

অলপতে বাতৰি কাকতত পঢ়িলো, আছুৰ উদ্যোগত অসমত পৰ্যায়ক্ৰমে পৰিকল্পিত ৰূপত আলুখেতি কৰিবলৈ লোৱা হৈছে। এয়া প্ৰশংসনীয় কাৰ্য। পিছে এই কাৰ্য এসময়ৰ 'স্বাৱলম্বী হওঁ আহক'ৰ দৰে নহৈ সম্পূৰ্ণ ব্যৱসায়িক দৃষ্টিভংগীৰে যাতে সফলতাৰে সম্পন্ন হয়, তাৰ বাবে নেতৃত্বই প্ৰয়োজন সাপেক্ষে সকলো পদক্ষেপ ল'ব লাগিব। পিয়াঁজ উৎপাদন কৰি নাছিকে দেশৰ বজাৰত নাম উজলাইছে। অনুকূল বতৰৰ সুবিধা লৈ তেনে কাৰ্যসূচী গ্ৰহণ কৰিলে আমি নোৱৰাৰতো কথা নাই।

অৱশ্যে আমি এয়া ক'বলৈ যোৱা নাই যে ৰাজহুৱা কামৰ বাবে মানুহে সমাজত বাস কৰা লোকৰ পৰা আৰ্থিক সাহায্য বিচাৰিবই নালাগে বুলি— মাত্ৰ ক'ব খুজিছোঁ

প্ৰচুৰ সম্ভাৱনাপূৰ্ণ, এটা এটা সংস্থা চলাব পৰা পৰিপক্ক মগজুৰ তৰুণ প্ৰজন্মই, এই প্ৰতিভা আমাৰ সকলোৰে ভালৰ কাৰণে আৰ্থিক স্বচ্ছলতা আনিব পৰা স্থায়ী কাৰ্যত বিনিয়োগ কৰক। ৰাজ্যভাষা প্ৰয়োগ, সুকীয়া ৰাজ্য, স্বায়ত্তশাসন, জনগোষ্ঠীৰ উন্নয়ন ... এইবোৰ থাকিবই। কিন্তু বিভিন্ন সংস্থা বা সংগঠনৰ সকলো দাবীৰ সফল সমাধানৰ (ধৰি লৈছোঁ) পিছতো, সঠিক পৰিকল্পনা তথা শ্ৰম আৰু কৰ্মবিমুখ তৰুণ প্ৰজন্ম আৰ্থিক দিশত কেতিয়াও স্বাধীন হ'ব নোৱাৰে। আজিৰ তৰুণ নেতৃত্বই এই প্ৰজন্মক প্ৰকৃতাৰ্থতেই কৰ্মঠ আৰু পৰিশ্ৰমী কৰাৰ লগতে অৰ্থনৈতিক সফলতাৰ বুনিয়াদো গঢ়িব লাগিব। নহ'লে ভৱিষ্যৎ প্ৰজন্মৰ আন এটা চামে সকলো 'দাবী'ৰ সমাধানৰ পিছতো আজিৰ দৰেই নিত্য-নতুন দাবীৰ আধাৰত হাতত চান্দাৰ বহী লৈ ফুৰাৰ বাদে গত্যন্তৰ নাথাকিব!

পূৰ্বপ্ৰকাশ : আমাৰ অসম, ২০ আগষ্ট/২০০৮

# ১৩।

## আমি এতিয়া ক'ত পঢ়িম

ভাল খবৰৰ সপোন দেখি থাকোঁতেই যোৱা কেইটামান দিনৰ ব্যৱধানত ছাত্ৰ জীৱনৰ দুটা অতি গুৰুত্বপূৰ্ণ পৰীক্ষাৰ আশাতীত সফলতাই সকলোলৈকে নিশ্চয় আনন্দৰ বতৰা কঢ়িয়াই আনিছে। উচ্চতৰ মাধ্যমিকৰ শতকৰা আশী ভাগ আৰু উচ্চ মাধ্যমিকত আঠাৱন্ন শতাংশৰ উত্তীৰ্ণৰ হাৰে বাতৰি কাকতৰ মতেই বিগত দহ বছৰৰ ৰেকৰ্ড ভংগ কৰিছে। এয়া অতি সুখৰ সংবাদ। এসময়ত এটা কথা প্ৰায়েই শুনা গৈছিল, সেয়া হ'ল অসমৰ দুয়ো শিক্ষা সংসদ বা হাইস্কুল শিক্ষান্ত পৰীক্ষা আৰু উচ্চতৰ মাধ্যমিক শিক্ষা পৰিষদৰ পৰীক্ষাসমূহৰ নিৰীক্ষকসকলে চি বি এছ ই বা এনে কেন্দ্ৰীয় ব'ৰ্ডৰ একে পৰ্যায়ৰ পৰীক্ষাসমূহৰ নিৰীক্ষকসকলতকৈ তুলনামূলকভাৱে যথেষ্ট কম নম্বৰ দিয়ে। এইবাৰ শুনামতে প্ৰশ্নোত্তৰ বহী নিৰীক্ষণ পদ্ধতি আৰু নম্বৰ প্ৰদান পদ্ধতিত কিছু সংস্কাৰ সাধন কৰা হৈছে। মূঠতে কথা হ'ল, একেখিনি বিষয় পঢ়ি, সম মেধাসম্পন্ন ছাত্ৰ-ছাত্ৰীয়ে কেৱল নিৰীক্ষণ পদ্ধতিৰ পাৰ্থক্যৰ বাবেই বেলেগ বেলেগ

ব'ৰ্ডৰ পৰীক্ষাত পোৱা নম্বৰৰ তালিকাৰ পাৰ্থক্য আকাশ-পাতাল হ'ব নালাগে। সেয়া হ'লে, কথাটো একেখন বজাৰৰ পৰা ৰেচন কিনা কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্যিক চৰকাৰৰ কৰ্মচাৰীৰ দৰমহাৰ নিৰিখৰ নিচিনা হয়। যি কি নহওক, উৎকৃষ্ট ফলাফলৰ খবৰৰ পিছৰ পৰ্যায়ৰ দুটামান কথা আলচ কৰিবলৈহে দীঘলীয়া পাতনি মেলিলো। এইবাৰ মূল বিষয়লৈ আহোঁ।

যদিও হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফলত যথেষ্ট গুৰুত্ব দিয়া হয়, তথাপি উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাৰ ফলাফলেহে প্ৰকৃততে ভৱিষ্যত গঢ় দিয়াৰ ক্ষেত্ৰত ভূমিকা গ্ৰহণ কৰে। কিন্তু এক সফল একাডেমিক কেৰিয়াৰৰ ক্ষেত্ৰত হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ পৰাই নিৰৱচ্ছিন্নভাৱে সুন্দৰ ফলাফলৰ অতীৱ প্ৰয়োজন। এইবাৰ উচ্চতৰ মাধ্যমিকৰ বিজ্ঞান শাখাত শতকৰা আশীভাগ ছাত্ৰ-ছাত্ৰী উত্তীৰ্ণ হ'ল। এতিয়া কথা হ'ল, ইমান সংখ্যক মেধাৱী ছাত্ৰ-ছাত্ৰী পঢ়িব পৰাকৈ অসমত কিমান উচ্চ মানৰ শিক্ষানুষ্ঠান আছে? বৃত্তিমূলক পাঠ্যক্ৰম এটা পঢ়ি নিজৰ ভৱিষ্যতটো ঠিক কৰিব পৰাকৈ, ছাত্ৰ-ছাত্ৰীক সুযোগ দিব পৰা শিক্ষানুষ্ঠান অসমত কেইখন আছে? তিনিখন চিকিৎসা মহাবিদ্যালয়, দুখন বা তিনিখন ইঞ্জিনিয়াৰিং কলেজ, সত্য যুগৰে পৰা থকা কৃষিস্নাতক, পশু চিকিৎসা, এগ্ৰি ইঞ্জিনিয়াৰিং ডিপ্ল'মা, দুখনমান পলিটেকনিক, ফাৰ্মাচীৰ ডিগ্ৰী, ডিপ্ল'মা শিক্ষাৰ অনুষ্ঠান, নাৰ্ছিঙৰ তিনিখনমান ডিপ্ল'মা শিক্ষাৰ অনুষ্ঠান, এখন ডিগ্ৰীৰ শিক্ষানুষ্ঠান আদিয়েই আজিৰ তাৰিখৰ অসমৰ কাৰিকৰী বৃত্তিমূলক শিক্ষানুষ্ঠানৰ তালিকা। বহু বছৰৰ পৰা এই তালিকাত নতুন কিবা পাঠ্যক্ৰম বা অত্যাধুনিক বিষয় যোগ হোৱা নাই। এই গোটেইকেইখন শিক্ষানুষ্ঠানে কিমান সংখ্যক ছাত্ৰ-ছাত্ৰীক নামভৰ্তিৰ সুবিধা দিব পাৰিব? প্ৰথম বিভাগ পোৱা বিজ্ঞান শাখাৰ ছাত্ৰ-ছাত্ৰীসকলতো কম মেধা সম্পন্ন নহয়! এওঁলোকৰ যি সংখ্যকে বৰ্তমান যুগৰ লগত খাপখোৱা কাৰিকৰী বিষয় পঢ়িব খোজে, অসমত তেনে পাঠ্যক্ৰমৰ বাবে অত্যাধুনিক শিক্ষানুষ্ঠান কেইখন আছে? বহু ছাত্ৰ-ছাত্ৰীৰ বাবে কাৰিকৰী শিক্ষা সমাপ্ত কৰাৰ লগে লগে নিযুক্তি পোৱাটো অতীৱ প্ৰয়োজন। গতিকে এইচাম মেধাৱী ছাত্ৰ-ছাত্ৰীক যুগৰ প্ৰয়োজন অনুসৰি নিযুক্তি পাব পৰা পাঠ্যক্ৰমৰ প্ৰয়োজন। সকলো ছাত্ৰ-ছাত্ৰীয়েই যে শতকৰা আশী, নব্বৈ শতাংশ নম্বৰ পাব, তাৰটো মানে নাই। গতিকে সীমিত সংখ্যক ছিটৰ বিপৰীতে সকলো ছাত্ৰ-ছাত্ৰীয়েই যে বৰ্তমান অসমত থকা কাৰিকৰী শিক্ষানুষ্ঠানসমূহত ঠাই পাব, সিও অসম্ভৱ কথা। গতিকে চৰকাৰীয়েই হওক বা বেচৰকাৰীয়েই হওক, সাধাৰণ থলুৱা উদ্যোগীৰ দ্বাৰাই হওক বা বহুজাতিক কোম্পানীৰ দ্বাৰাই প্ৰতিষ্ঠিত হওক, মুঠতে অসমত বৰ্তমান বিভিন্ন অত্যাধুনিক কাৰিকৰী শিক্ষা প্ৰতিষ্ঠানৰ প্ৰয়োজন আৰু লগতে এনে শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰিবলৈ আগবাঢ়ি অহা (যদি আহে!) সকলক চৰকাৰে, ৰাইজে আৰু অসমৰ বিভিন্ন সংগঠন তথা সংস্থাসমূহে পূৰ্ণ সহযোগিতা আগবঢ়োৱা উচিত। উচ্চতৰ মাধ্যমিকৰ ফলাফল ঘোষণাৰ পাছৰে পৰা অসমৰ বাতৰি কাকতসমূহ বাহিৰৰ শিক্ষানুষ্ঠানৰ (ইয়াৰ

কিছু সংখ্যক ভুৱা ডিগ্ৰী/ডিপ্ল'মা দিয়া শিক্ষানুষ্ঠানো হ'ব পাৰে) ৰংচঙীয়া, ডাঙৰ ডাঙৰ বিজ্ঞাপনেৰে ভৰি পৰিছে। ইয়াৰ অৰ্থ এটাই যে এওঁলোকেও খুব ভালকৈ বুজি পাইছে যে ইমানখিনি মেধাৱী ছাত্ৰ-ছাত্ৰীৰ বাবে অসমত উপযুক্ত তথা অত্যাধুনিক বিষয়ৰ শিক্ষানুষ্ঠান নাই। গতিকে বছৰি শ শ, হাজাৰ হাজাৰ ছাত্ৰ-ছাত্ৰীৰ বহিৰ্গমন ৰোধ কৰাটো অসম্ভৱ হৈ পৰিছে। ইয়াৰে বহুতেই তিনি/চাৰি বছৰীয়া বৃত্তিমূলক শিক্ষাৰে শিক্ষিত হৈ অসমলৈ ঘূৰি নহাকৈয়ে জীৱনৰ আদিপাঠ সেইবোৰ ঠাইতেই আৰম্ভ কৰিছে। ফলস্বৰূপে অসমে নিশ্চিতভাৱে হেৰুৱাইছে বহু মেধাৱী ছাত্ৰ-ছাত্ৰীৰ সেৱা। সৌ সিদিনা ৰাষ্ট্ৰীয় গ্ৰাম্য স্বাস্থ্য মিছনৰ অধীনত বহু সংখ্যক জি এন এম নাৰ্ছৰ যথেষ্ট সুন্দৰ দৰমহাসহ নিযুক্তি হৈ গ'ল। কিন্তু ইয়াৰ পাছত লাগ বুলিলে নিযুক্তি দিবলৈ ওলাবনে ইমান সংখ্যক প্ৰাৰ্থী? নোলায়। কাৰণ, প্ৰাৰ্থী নাই। এনে সম্ভাৱনাপূৰ্ণ এক কাৰিকৰী শিক্ষাৰ বাবে অসমত কিমানখন নাৰ্ছিং কলেজ আছে? আজিৰ যুগটোৱেই হ'ল ছফটৱেৰ/হাৰ্ডৱেৰৰ যুগ। পঢ়ি থকা সময়তে নিযুক্তি পাব পৰা কম্পিউটাৰৰ এনে আধুনিক পাঠ্যক্ৰমৰ শিক্ষাৰ বাবে অসমত দেশৰ সৰ্বত্ৰ স্বীকৃতিপ্ৰাপ্ত শিক্ষানুষ্ঠান এখন কেতিয়া হ'বগৈ? বিজ্ঞান, কলা, বাণিজ্য; সকলো শাখাৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে লোভনীয় ভাৰতীয় প্ৰশাসনীয় পৰীক্ষা বা এনে জাতীয় পৰীক্ষাৰ প্ৰাৰম্ভিক প্ৰস্তুতিৰ বাবে দিল্লী বিশ্ববিদ্যালয়ৰ অধীনৰ মহাবিদ্যালয়সমূহৰ স্নাতক পৰ্যায়ৰ ছাত্ৰ-ছাত্ৰীসকলে এডমিশ্যনৰ প্ৰথম দিনাৰে পৰাই সপোন দেখিবলৈ আৰম্ভ কৰে আৰু এই সপোন দিঠকত ৰূপান্তৰিত কৰিবলৈ যত্ন কৰে। আমাৰ অসমত অন্ততঃ গুৱাহাটীতো দুখনমান মহাবিদ্যালয়ে এনে পৰিৱেশ সৃষ্টিৰ বাবে যত্ন কৰিব নোৱাৰেনে? সঁচা কথা— এনে কথা ক'বলৈ বা লিখিবলৈ সহজ, বাস্তৱত ৰূপ দিবলৈ যথেষ্ট সমস্যা থাকে। প্ৰথমতেই সমস্যা মানৱ সম্পদৰ। অসমত এনেবোৰ বিষয়ত অত্যাধুনিক শিক্ষা প্ৰদান কৰিবলৈ প্ৰয়োজনীয় অভিজ্ঞ শিক্ষক পোৱা যাবনে? ইতিমধ্যে প্ৰাগজ্যোতিকা একাডেমীয়ে ৰাজস্থানৰ কোটাৰ পৰা শিক্ষক আনি যত্ন এটা কৰিছে বুলি বাতৰি কাকতত পঢ়িছোঁ। এনে অনুষ্ঠানবোৰৰ সফলতা সৰ্বভাৰতীয় পৰীক্ষাৰ ফলাফলৰ পৰাহে ক'ব পৰা যাব। মেধাৱী ছাত্ৰ-ছাত্ৰীসকলক দেশখন গঢ়াৰ স্বাৰ্থতে কঠোৰ অনুশাসনসহ উপযুক্ত শিক্ষা প্ৰদান কৰাটো প্ৰয়োজনীয়। দ্বিতীয়তে, অসমৰ সাম্প্ৰতিক পৰিস্থিতি, বন্ধ, বিক্ষোভ, আন্দোলন, অনিয়মীয়া বিজুলী যোগান আদিৰ বাবে মানৱ সম্পদ গঢ়াত সমস্যাই দেখা দিয়ে। তথাপি আশী শতাংশ উত্তীৰ্ণৰ হাৰেৰে ৰাজ্যখনৰ মুখ উজ্জ্বলোৱা ছাত্ৰ-ছাত্ৰীসকলৰ বাবেই অহা দহটা বছৰৰ ভিতৰত অন্ততঃ দহখন অত্যাধুনিক শিক্ষানুষ্ঠান গঢ়িবলৈ সকলো পক্ষকে হেঁচা প্ৰয়োগ কৰা প্ৰয়োজন, যাতে আহি থকা প্ৰজন্মই নিজৰ মেধাৰ বাবে সুন্দৰ নম্বৰসহ উত্তীৰ্ণ হৈ পঢ়িবৰ বাবে উপযুক্ত পাঠ্যক্ৰম তথা অত্যাধুনিক শিক্ষানুষ্ঠানৰ অভাৱবোধ কৰিবলগা নহয়। ব্যক্তিগত খণ্ডত হ'লেও এনে শিক্ষানুষ্ঠানক আমি আদৰণি জনাব লাগিব। কাৰণ, সকলো ক্ষেত্ৰতে চৰকাৰী খণ্ডত এনে প্ৰচেষ্টা

সম্ভৱ নহয় (আই আই টি, আই আই এম আদিৰ দৰে পূৰ্বতে ভেটি থকা অনুষ্ঠানৰ বাদে)। ব্যক্তিগত শিক্ষানুষ্ঠানত শিক্ষাৰ মাচুল বেছি বুলি ভাবিবৰো বৰ বিশেষ প্ৰয়োজন নেদেখো। কাৰণ, অসমত কলেজত সোমোৱা মাত্ৰেই হাঁহিমুখে পুত্ৰসম্পদক বাইক কিনি দিয়া পিতৃ-মাতৃৰ সংখ্যাও বৰ কম নহয়।

উপযুক্ত নম্বৰ পায়ো, উপযুক্ত শিক্ষানুষ্ঠানৰ অভাৱত, নিজে নিবিচৰা তথা ভাল নোপোৱা পাঠ্যক্ৰম পঢ়িবলৈ বাধ্য হোৱা ছাত্ৰ-ছাত্ৰীয়ে ভোগা মানসিক অন্তৰ্দ্বন্দ্বই *নিশ্চিতভাৱেই সৃষ্টি কৰে মানৱ সম্পদৰ অৱক্ষয়। আজিৰ সময়ত মানৱ সম্পদৰ* অপচয় বা অৱক্ষয়ৰ সমস্যা, বিনিয়োগকাৰীৰ কোটিৰ ঘৰত লোকচান সৃষ্টি কৰা ছেনছেক্সৰ নিম্নগামী সূচাংকৰ সমস্যাতকৈ কোনো গুণেই কিন্তু কম গুৰুত্বপূৰ্ণ নহয়!

**পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ৭ জুন/২০০৮**

# ১৪|

## অপেক্ষাৰ মধুৰতম আনন্দ

কিবা এটালৈ আশাৰে বৈ থকাৰ আনন্দখিনিৰ কথা লিখিবলৈ লওঁতে বহুদিনৰ আগেয়ে পঢ়া গল্প এটা মনলৈ আহিছে। পুৰণি কোনোবা আলোচনীৰ পাতত পঢ়া গল্পটোৰ লেখকৰ নাম পাহৰিছোঁ। গল্পৰ নায়ক কলেজৰ শেষ পৰীক্ষা দি কোনোবা সম্পৰ্কীয় মানুহৰ ঘৰলৈ ফুৰিবলৈ যায়। (আগৰ দিনত এনে এটা পৰিৱেশ আছিলো। বহু গল্প, উপন্যাসৰ নায়ক-নায়িকাৰ বহু ঘটনা এনে পৰিৱেশতে লেখকে কল্পনা কৰি পাঠকলৈ এৰি দিছিল।) বৰ্ষণমুখৰ এটা সন্ধিয়া বাৰাণ্ডাত অকলশৰে বাহিৰলৈ চাই বহি থকা নায়কৰ দৃষ্টিত ধৰা পৰে দীঘল পদূলিটোৰে সোমাই অহা এগৰাকী তন্বী গাভৰু। বৰষুণৰ পানী জমা হোৱা দীঘল পদূলিটোৰ পৰা বাৰাণ্ডালৈকে যেনে-তেনে পাৰি থোৱা ইটাৰ টুকুৰাবোৰত ভৰি দি আহি থকা গাভৰুগৰাকীৰ চেহেৰা সন্ধিয়া আন্ধাৰত স্পষ্টকৈ নেদেখিলেও, আধা আন্ধাৰ আধা পোহৰৰ মাজত এক পাকৈত নৃত্য পটীয়সীৰ লয়লাসেৰে বৰ্ষণসিক্ত সন্ধিয়া ভিতৰলৈ সোমাই অহা যুৱতীৰ সেই খোজ আৰু দৃশ্য

নায়কৰ মনৰ দাপোণত স্থায়ী হৈ ৰৈ যায়। সেই সময়ৰ যুৱকৰ স্বভাৱজাত সংকোচৰ বাবে সম্পৰ্কীয়ৰ ঘৰলৈ অহা সন্ধিয়াৰ সেই অতিথিৰ লগত চিনাকিও হোৱা নহ'ল। বুকুৰ মাজত সেই গাভৰুৰ কেৱল টুকুৰা ইটাত পানীৰ পৰা বাচিবলৈ এদেও-দুদেওকৈ খোজ দি ভিতৰলৈ অহাৰ আধা অঁকা ছবি লৈ নায়ক এসময়ত নিজৰ ঘৰলৈ উভতি যায়। কিন্তু পাহৰিব নোৱাৰে সেই সন্ধিয়াৰ অচিনাকি অতিথিৰ লয়লাস। দিন পাৰ হৈ যায়। ঘটনাক্ৰমে নায়কৰ বিয়া ঠিক হয় আৰু নজনাকৈয়ে নায়কৰ জীৱনসংগী হৈ পৰে সেই সন্ধিয়াৰ গাভৰুগৰাকীয়েই। বিয়াৰ পাছত সেই সম্পৰ্কীয়ৰ ঘৰলৈ ফুৰিবলৈ গৈ একেই পুৰণি সেই বাৰাণ্ডাত বহি থাকোঁতে নায়কৰ স্পষ্টকৈ মনলৈ আহে কেইবা বছৰৰ আগৰ এক বৰ্ষণসিক্ত সন্ধ্যা একেই পদুলিৰে ভিতৰলৈ সোমাই অহা অচিনাকি সেই যুৱতীৰ অস্পষ্ট প্ৰতিচ্ছবি! যদিও একেই নায়িকাৰ সৈতেই বিবাহপাশত আবদ্ধ হয় আমাৰ নায়ক, তথাপি যেন সেই সন্ধিয়াৰ অচিনাকি নায়িকাৰ বাবে নায়কে অপেক্ষা কৰিব পাৰিলেহেঁতেন আৰু অনেক সময়। পাকৈত লেখকৰ বৰ্ণনাৰ মধুৰতাত গল্পটোত অপেক্ষাৰ বিমল আনন্দৰ অনুভৱখিনি সুন্দৰকৈ প্ৰকাশ পাইছিল।

সঁচা কথা, কিবা এটা পোৱাতকৈ সেয়া পাবলৈ কৰা পৰিশ্ৰম আৰু প্ৰতীক্ষাৰ আমেজ সদায় মধুৰ হয়। প্ৰতিজন লেখকৰে নিজৰ লেখাৰ প্ৰতি থাকে এক স্বভাৱজাত দুৰ্বলতা। অনুভৱবোৰ লিখি পেলোৱাৰ পাছত প্ৰায় লেখকেই আশা কৰে, লেখাখিনি কোনোবা ভাল কাকত-আলোচনীত প্ৰকাশ হওক। পাঁচ টকাৰ টিকট লগাই লেফাফাৰ ওপৰত সম্পাদকৰ ঠিকনা লিখি ডাকোৱালৰ বাকচত পেলাই দিয়াৰ পাছৰে পৰা আৰম্ভ হয় অন্তহীন প্ৰতীক্ষা। আজি-কালিকৈ দিন গন্তি কৰি আঙুলিৰ পাব বিষাই যায়। তথাপি এই অন্তহীন অপেক্ষাৰ আনন্দই সুকীয়া। হঠাতে কোনোবা এদিন ঘপকৈ প্ৰকাশ হৈ যায় কোনোবা কাকতত সেই লেখকৰ বুকুৰ অনুভৱ! ছপাৰ আখৰত লেখকৰ বুকুৰ ধপ্‌ধপ্ শব্দ। অপেক্ষাৰ অন্ত পৰে। কিন্তু দুদিনৰ পাছত অনুভৱ নহয় নে লেখাটো প্ৰকাশ হোৱাৰ আগলৈকে থকা উৎকণ্ঠা আৰু অপেক্ষাৰ মধুৰ সময়খিনি হঠাতে যেন শেষ হৈ গ'ল!

সিদিনা কিবা এটা দৰব বিচাৰি হঠাতে যথেষ্ট হাবাথুৰি খাব লগা হ'ল। বিশেষ কোনো দামী দৰবো নহয়। পৰাপক্ষত আমি ডাক্তৰে লিখি দিয়া দৰব সলাবলৈ আনন্দ নাপাওঁ। কেইবাখনো দোকানত নাপাই চিনাকি ডাক্তৰজনক সোধাত তিনিখন দোকানৰ নাম কৈ উঠি ক'লে যে এইকেইখনত চাবচোন। হওঁতে আমাৰেই ভুল, কথাটো প্ৰথমেই আমি ভাবিব লাগিছিল। তিনিওখনলৈ যাবলগা নহ'লেই। প্ৰথমখনতে পালো। বিশেষ সূত্ৰে আকৌ তাৰে এজনৰ লগত মাজতে এদিন দেখাদেখিও হ'ল। কথাটো উলিয়ালো। সুধিলো কি মন্ত্ৰৰ বলত তোমালোকে ডিব্ৰুগড়ৰ দৰে এখন চহৰত গন্ধমাদন পৰ্বতৰ ৰূপ ধাৰণ কৰিছা যে বিশল্যকৰণী অকল তোমালোকৰ তিনিজনৰ বহাতহে পোৱা যায়! উত্তৰত পঞ্চলিশ বছৰীয়া যুৱ ব্যৱসায়ীজনে ক'লে— 'ছাৰ, এই পৰ্যায়লৈ

আহিবলৈ মই যোৱা পঁচিশটা বছৰে পুৱা ৮ বজাৰ পৰা ৰাতি বাৰ বজালৈ ননষ্টপ কাম কৰিছোঁ। বহু ডাবি-ধমকি, অনাহূত পৰিস্থিতি, অশালীন ব্যৱহাৰ চকু মুদি সহ্য কৰিছোঁ। তথাপি মই ভবাৰ দৰে সফলতা পাবলৈ এতিয়াও বহু বাকী।' হয়! এয়া সফলতাৰ বাবে কৰা প্ৰচেষ্টা আৰু প্ৰতীক্ষাৰ মধুৰ সমন্বয়। এই অপেক্ষাৰ বা প্ৰতীক্ষাৰ আনন্দৰ তুলনাত বাকী শাৰীৰিক-মানসিক কষ্টৰ কথা, মাছৰ চকুত দৃষ্টি নিবদ্ধ অৰ্জুনৰ বাবে সদায় গৌণ!

অপেক্ষাৰ আনন্দৰ কথা লিখোঁতে আমাৰ শৈশৱৰ কথা মনত পৰিছে। আমাৰ দিনত আজিকালিৰ ল'ৰা-ছোৱালীয়ে পোৱাৰ দৰে সা-সুবিধা, যথেষ্ট ধনী মানুহৰ ঘৰৰ ল'ৰা-ছোৱালীয়েও পোৱা নাছিল। আজিকালিৰ দৰে যাওঁ বুলিয়ে দিল্লী-কলকাতাতো দূৰৰ কথা, জিলাৰ সদৰলৈও যাব পৰা নগৈছিল। তেনেবোৰ সময়তে কোনোবা আহিবলগীয়া স্কুল বন্ধৰ দিনত ক'ৰবালৈ ফুৰিবলৈ যোৱাৰ কথা ওলালে মনত থৌকিবাথৌ লাগিছিল। আহিবলগা বন্ধটো যেন নাহিবই, দিনবোৰ যেন বেছি লাহে লাহে গৈছে, এনে লাগিছিল। কিমান যে পৰিকল্পনা, কিমান যে আশা! এটা সময়ত সেই দিনটো আহিছিল আৰু এসময়ত শেষো হৈছিল। পিছে মনৰ মণিকোঠাত আজিও ফুৰিবলৈ যোৱা সময়খিনিতকৈ, ৰৈ থকা সময়খিনিৰ উচাহ-আনন্দখিনিহে বেছিকৈ সজীৱ হৈ ৰৈ গ'ল।

উপযুক্ত পৰিকল্পনাৰে কৰিবলগীয়া কামবোৰ কৰি সফলতালৈ অপেক্ষা কৰিব পৰাটো সাহসিকতাৰ পৰিচায়ক। চীনদেশৰ বাঁহ এজোপাৰ কথা সকলোৱে জানে। গুটি ৰোৱাৰ পৰা প্ৰথম বছৰত একো চিনচাবেই নাথাকে। দ্বিতীয় বছৰটোত হেনো একেই দশা। খেতিয়কে সাৰ পানী যোগাই নিয়মিত অপতৃণ আঁতৰাই থকাৰ পাছতো তৃতীয় আৰু চতুৰ্থ বছৰটোত বোলে মাটি ফুটি গজালিয়েই নোলায়। কিন্তু প্ৰকৃত কৃষকে যদি নিজৰ কৰ্ম নিয়মমতে কৰি থাকে, পাঁচ বছৰতো গজালি নোলোৱা বাঁহগছৰ গুটিবোৰত 'এঃ এইবোৰত সময় নষ্ট কৰাতকৈ আন খেতিত ধৰাই ভাল' বুলি প্ৰথম বছৰৰ ৰুটিনমাফিক কামবোৰ বাদ নিদি, আগৰ দৰেই সাৰ-জাবৰ দি থাকে, পিছৰ বছৰত এবছৰতে হেনো অবিশ্বাস্য ৰূপত গছবোৰ বাঢ়ি যায়। নিজ কৰ্মত সফল হ'বলৈ হ'লে ধৈৰ্য, আত্মবিশ্বাস আৰু কঠোৰ পৰিশ্ৰমৰ লগতে সফলতালৈ অপেক্ষা কৰিব পৰা মনোবল লাগিবই।

দেওবাৰে নাপিতৰ দোকানত চুলি কটাবলৈ যোৱাৰ কথাকে ভাবোচোন। শনি আৰু মঙলবাৰে সাধাৰণতে অসমীয়া মানুহে চুলি নকটায়। বৃহস্পতিবাৰটোও বহুতে মানে। বাকীকেইটা দিনত অফিচ, কাছাৰী, স্কুল। থাকিল দেওবাৰটো। দেওবাৰটোতো কেৱল আপোনাৰ বা মোৰেই নহয়। গতিকে আপুনি/মই নাপিতৰ দোকান পাওঁগৈ মানে ইতিমধ্যে চকীকেইখনতো ভৰ্তি হ'লেই, লাইনটোত আন তিনিজনে ইতিমধ্যেই গজগজীয়া হৈ বহিলগৈয়ে। চিনাকি নাপিতটোৰ 'থোৱা ডেৰ হোগা চাব' বাক্যটো শুনি

আপুনি যদি ওলাই আহিল, আপুনি কিউত চাৰি নম্বৰ হোবাৰ সম্ভাৱনাখিনিও হেৰুৱালে। হয়তো সেই দেওবাৰে চুলি কটোৱাৰ পৰিকল্পনাই বাদ দিবলগীয়া হ'ল। কিন্তু আপুনি এবাৰো নাভাবিলে যে দোকানখনত চকী পাঁচখন। ইতিমধ্যে পাঁচজনে চুলি কটোৱাই আছেই। অপেক্ষাৰত মাত্ৰ তিনিজন। পাঁচখন চকীৰ তিনিখন খালী হ'বলৈ বিশ মিনিটো নালাগে। গতিকে বিশ মিনিট অপেক্ষা কৰিলে আপুনি একেজাঁপেই ৱেটিং লিষ্টৰ এক নম্বৰত আহি যাব আৰু চতুৰ্থখন চকী খালী হ'লেই আপোনাৰ মাহটোৰ সমস্যা শেষ। ভাবকচোন বিশ মিনিটৰ অপেক্ষাই আপোনাক প্ৰদান কৰিব পাৰে নিজে ভবাৰ দৰে পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ (অকণমান দেৰিকৈ গা ধুই হ'লেও) পৰিয়ালৰ লগত এসাঁজ দেওবৰীয়া ভাত খাই সুন্দৰকৈ এটা বন্ধৰ দিন উপভোগ কৰাৰ আনন্দ। এয়া সফলতালৈ অপেক্ষা কৰিব পৰা ধৈৰ্যৰ পৰীক্ষা। ধৈৰ্য নাই, চাকৰি/ব্যৱসায়ৰ ঠেকেচা খোৱা দুবছৰো হোৱা নাই— আজিয়েই লাগে সফলতাৰে এক নম্বৰ চকীখন! ওঁহো, এনে কথা পৃথিৱীৰ ইতিহাসত কোনোকালে সম্ভৱ হোৱা নাই আৰু হয়তো কস্মিনকালেও নহ'ব।

মানুহৰ জীৱনত অপেক্ষাৰ আনন্দ সঁচাকৈয়ে অতি মধুৰ। দূৰৈত পঢ়ি থকা সন্তান বন্ধত ঘৰলৈ আহিব বুলি বৈ থকাৰ আনন্দ, প্ৰেয়সীলৈ পঠোৱা ই-মেইল, ই-কাৰ্ড বা এছ এম এছৰ (আজিকালি নীলা খামৰ চিঠি আউটডেটেড হ'ল!) উত্তৰৰ বাবে কৰা প্ৰতীক্ষাৰ আনন্দ, দিছপুৰলৈ তাঁতবাতি কৰিবলগা হোৱা কোনোবা দুৰ্ভগীয়া চাকৰিজীৱীৰ নাইট ছুপাৰৰ ওভতনি যাত্ৰাৰ কথা ভাবি সাৰে থাকি বৈ থকা পত্নীৰ অপেক্ষাৰ আনন্দ, ইণ্টাৰভিউৰ ফলাফল কঢ়িয়াই অনা খবৰলৈ বৈ থকা কোনোবা চাকৰিপ্ৰাৰ্থীৰ অপেক্ষাৰ আনন্দ, কোনোবা ব্যস্ত এয়াৰপ'ৰ্টৰ ফাইনেল ছিকিউৰিটি চেকিঙৰ দীঘল কিউৰ শেষত থিয় হোৱাজনৰ ক্ৰমাগতভাৱে আগলৈ গৈ থকা অপেক্ষাৰ আনন্দ, এই সকলোবোৰেইতো কঢ়িয়াই আনে এটা সময়ত সফলতাৰ আনন্দ সংবাদ!

এনে আন এক সফল সংবাদৰ বাবে অসমবাসী আজিও অপেক্ষাৰত।

সেয়া শান্তি সংবাদ। চিপ্‌চিপ্‌কৈ দি থকা বৰষুণজাকৰ মাজত ক'ৰবাত যেন শান্তিৰ সূৰুযে চেগাচোৰোকাকৈ দেখা দিছে। শান্তিতকৈ শান্তিযে একোৱেই নাই!

এনে এক মুকলি পৰিৱেশৰ বাবে আমি সকলোবোৰ বৈ আছোঁ, পৰম প্ৰত্যাশাৰে। এয়া যে অপেক্ষাৰ মধুৰতম আনন্দ!

পূৰ্বপ্ৰকাশ : আমাৰ অসম, ৩ আগষ্ট/২০০৮

# ১৫।

## ছাসাংবাদিক

পুৱাৰ কোনোবা এখন দৈনিক বাতৰি কাকতত খবৰটো পঢ়িলো। মনটো সেমেকি গ'ল। 'ডিব্ৰুগড়ৰ পৰা নতুনকৈ প্ৰকাশিত দৈনিক সান্ধ্য বাতৰি কাকত এখনৰ সাংবাদিক এজনক ধনদাবীৰ বাবে ...!' নাজানো কিয়, হয়তো ডিব্ৰুগড়ৰ পৰা ওলায় বুলিয়েই নেকি জন্মলগ্নৰে পৰা কাকতখন পঢ়ি আছোঁ। সীমিত পৰিকাঠামো তথা সীমিত পাঠকৰ মাজতে লাহে লাহে কাকতখনে কাম কৰি থকা দেখিছোঁ। সন্ধিয়া কাকতখন নাপালে ভাল নলগাৰ নিচিনা অভ্যাস এটাও গঢ় লৈ উঠিছে। তাৰ মাজতে হঠাতে এনে এটা খবৰে মনটো জোকাৰি গ'ল। চিনাকি সম্পাদকলৈ ফোন এটা কৰোঁ বুলিও ৰৈ গ'লো। চাওঁচোন সন্ধিয়ালৈ। কাকতখনেনো কি কয়।

সন্ধিয়াৰ কাকতখনৰ প্ৰথম পৃষ্ঠাত প্ৰকাশিত হ'ল মনে বিচৰা খবৰটো। আশা কৰাৰ দৰেই কাকতখনে নিজৰ কথাখিনি ক'লে। মনটোৰ পৰা ক'লীয়া ডাৱৰখিনি আঁতৰিল। কাকো একো নুসুধিলো। পিছদিনা কাকতখনৰে 'যা-তা' শিতানত ব্যংগ এটা ওলাল। শিৰোনাম আমাৰ এই লেখাৰ শিৰোনামেই! 'ছাসাংবাদিক'! তীব্ৰ ব্যংগাত্মক

*এই শিৰোনামৰ শেল সাংবাদিকৰ পৰা সাংবাদিকলৈ— মানে সাংবাদিকৰ পৰা* ছাসাংবাদিকলৈ। কিন্তু কিয় এনে হয়? কিছুমান বৃত্তিৰ বৃত্তিগত পৱিত্ৰতা থাকে। সমাজৰ সৰ্বজনৰ কেৱল মংগলৰ বাবে এনেবোৰ বৃত্তিৰ লগত জড়িতসকলে কাম কৰে। ইয়াৰ ভিতৰত প্ৰেছৰ লগত জড়িতসকলে সৰ্বদা জনতাৰ স্বাৰ্থৰ হকে কোনো ওপৰঞ্চি লাভ নোলোৱাকৈ বৰ্থীয়াৰ কৰ্তব্য পালন কৰে। মানুহেও এই বৃত্তিৰ লগত জড়িত লোকসকলক শ্ৰদ্ধা আৰু সমীহ কৰে। সমাজৰ হকে ক'বলৈ গৈ এই বৃত্তিৰ লগত জড়িত বহুজনে জীৱনৰ বহু ঘাত-প্ৰতিঘাতৰো সন্মুখীন হ'বলগীয়া হৈছে বা হয়। কিন্তু তাৰ মাজত আজিকালি ওপৰত উল্লেখ কৰাৰ দৰে খবৰ পঢ়িবলগীয়া হৈছে কিয়? অন্যান্য বৃত্তিৰ লোকসকলৰ আদব-কায়দা, চলন-ফুৰণ দেখি এই পবিত্ৰ বৃত্তিত জড়িত কাৰোবাৰ তেনে কৰিবলৈ মন যায় নেকি? অসমত আজিকালি বহুত দৈনিক, সাপ্তাহিক, তিনিদিনীয়া আদি বাতৰি কাকত হ'ল। নিঃসন্দেহে ইয়াৰ কোনোখনেই নচলাকৈ থকা নাই। মানুহে পঢ়িবলৈ লৈছে। অসমত খবৰৰো আকাল নাই। বিধানসভা, লাষ্টগেট, গুপ্তহত্যা, মুক্তহত্যা, অসম বন্ধ, ডিজিটেল মিটাৰ, বেটেলিয়ান, পশু খাদ্য, ভেজাল ঔষধ, নাৰ্ছিংহোম ... কিমান যে খবৰ! কিন্তু মানুহে পঢ়িবই বুলি আমি নিউজৰ সলনি ভিউজ প্ৰকাশ কৰি থাকিম জানো? এটা সময় আছিল, বাতৰি কাগজত ওলাব বুলি মানুহে বেয়া কাম কৰিবলৈ ভয় কৰিছিল। সেই ভয় এতিয়াও নথকা নহয়। কিন্তু কিছু কিছু বাতৰি কাকতৰ ক্ষেত্ৰত যেন এই ভয় কমিছে! ইয়াৰ কাৰণ বাতৰিৰ বিশ্বাসযোগ্যতা। আমিবোৰে বাতৰি কাকতত ওলোৱা খবৰবোৰকে সঁচা বুলি লওঁ। এয়া ছপা আখৰৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু সমীহৰ প্ৰকাশ। কিন্তু কিছুমান বাতৰিয়ে আমাক কেতিয়াবা সন্দেহ কৰিবলৈ বাধ্য কৰায়। আজিৰ সংখ্যা (১৩.১১.০৭)ৰ এখন দৈনিকত এটা বাতৰি পঢ়িলো। গোৱালপাৰাৰ কোনোবা এখন নাৰ্ছিংহোমত ৰোগীৰ দৰ্শনাৰ্থীৰ হাতত প্ৰহৃত হ'ল দুজন চিকিৎসক। বাতৰিত কোৱামতে নাৰ্ছিংহোমখনত চিকিৎসাধীন হৈ থকা এজন ৰোগীৰ খবৰ ল'বলৈ অহা ৰোগীৰ সম্পৰ্কীয় ব্যক্তি দুজনমানক 'ৰোগীৰ কোঠাৰ পৰা ওলাই যাবলৈ কোৱাৰ লগতে সংশ্লিষ্ট চিকিৎসক দুগৰাকীয়ে মইমতালি দেখুওৱাত' তৰ্ক-বিতৰ্ক আৰু হতাহতি হোৱাৰ লগতে উপস্থিত ৰাইজে উত্তম-মধ্যম শোধায়। বাতৰিটোত চৰকাৰী চিকিৎসালয় থকাৰ পিছতো আন পাঁচখন নাৰ্ছিংহোমে কিদৰে মইমতালি চলাই আছে সেয়াও কোৱা হৈছে। কিন্তু গোটেই বাতৰিটো পঢ়াৰ পাছত বুজিব পাৰি যে ৰোগীৰ দৰ্শনাৰ্থীক ৰোগীৰ কোঠাৰ পৰা ওলাই যাবলৈ কোৱাৰ পৰাই ঘটনাটোৰ উদ্ভৱ হ'ল। এটা কথা সত্য যে দৰ্শনাৰ্থীৰ উপস্থিতিত ৰোগীক ডাক্তৰে বহুক্ষেত্ৰত পৰীক্ষা কৰা সম্ভৱ নহয়। বিদেশৰ কথা বাদেই দিলো, দেশৰ ভিতৰতে বহু উন্নত চিকিৎসালয়ত দৰ্শনাৰ্থীৰ বাবে নিৰ্দিষ্ট সময় কঠোৰভাৱে নিৰ্ধাৰণ কৰি দিয়া হয়। তেনেস্থলত যদি বাতৰিত লেখাৰ দৰে কেৱল ৰোগীৰ কোঠাৰ পৰা ওলাই যাবলৈ কোৱাৰ বাবেই চিকিৎকদ্বয় প্ৰহৃত হ'ল, সেয়া কাৰ দোষ? বাতৰিটোত কিন্তু প্ৰথমৰ পৰা শেষলৈ এই

মূল কথাটোত গুৰুত্ব দিয়া দেখা নগ'ল। এনেজাতীয় খবৰে বাতৰি কাকতৰ বিশ্বাসযোগ্যতা হ্ৰাস কৰে। সিদিনা কোনোবা এটা ইলেক্ট্ৰনিক মিডিয়াৰ তথাকথিত ষ্টিং অপাৰেশ্যন ভুৱা বুলি প্ৰমাণিত হৈছে। এগৰাকী স্কুল শিক্ষয়িত্ৰীৰ বিৰুদ্ধে ব্যক্তিগত আক্ৰোশ পূৰাবলৈ গৈ এটা নিউজ চেনেলে এই ভুৱা তথাকথিত ষ্টিং অপাৰেশ্যন চলাইছিল। টিভিত খবৰটো চাই আমিবোৰ উদ্বিগ্ন হৈ পৰিছিলো। সংশ্লিষ্ট ব্যক্তিসকললৈ ঘৃণা উপজিছিল। পাছত গোমৰ ফাঁক ওলোৱাত স্বস্তিৰ নিশ্বাস পেলোৱাৰ লগতে এনে খবৰৰ মচলাবোৰৰ প্ৰতি বিৰাগ জন্মিছিল। এইবোৰ হ'ব নালাগে। এইখন অসমতে কতজন প্ৰাতঃস্মৰণীয় সাংবাদিকে ফেক্স, ই-মেইল, ফটোষ্টেট নথকাৰ দিনতে সংবাদসেৱাৰ দ্বাৰা এখন এখন বাতৰি কাকতত ইতিহাস ৰচি গ'ল। আজিও সৰহ সংখ্যক এই বৃত্তিৰ লগত জড়িত ব্যক্তিয়ে নীৰৱে, নিঃস্বাৰ্থভাৱে আপুনি মই নজনাকৈ গণতন্ত্ৰৰ চতুৰ্থস্তম্ভৰ মৰ্যাদা ৰক্ষাৰ বাবে অক্লান্ত পৰিশ্ৰম কৰি আছে। কিন্তু প্ৰথমেই উল্লেখ কৰি অহাৰ দৰে দুৰ্ভাগ্যজনক ঘটনাবোৰে এই অক্লান্ত শ্ৰমিকসকলৰ পৱিত্ৰ বৃত্তিত চেকা লগায়। শিক্ষক, সাংবাদিক আৰু চিকিৎসক— এই তিনিটা বৃত্তিৰ লোকসকলে সমাজৰ অহিত চিন্তা কৰিব নোৱাৰে। সমাজৰ মানসিক আৰু শাৰীৰিক উন্নয়নৰ বাবে এই তিনিটা বৃত্তিৰ লগত জড়িত ব্যক্তিসকলে নিজৰ দায়িত্বভাৰ পৱিত্ৰতাৰে সম্পন্ন কৰিবই লাগিব। ইয়াৰ বিনিময়ত তেওঁলোকে কি পাইছে বা এইসকল লোকৰ সম মেধাৰ আন বৃত্তিৰ লোকৰ তুলনাত সংসাৰৰ দায়বদ্ধতা পালন কৰিবলৈ এওঁলোকে কি পাইছে— সেয়া আন এক বিষয়। কিন্তু যিকোনো মূল্যৰ বিনিময়ত পৱিত্ৰতম সেৱা আগবঢ়াবলৈ এওঁলোক সমাজৰ ওচৰত দায়বদ্ধ। ইয়াৰ সামান্যতম হীনডেঢ়ি হ'লেই এখন সমাজৰ পৰিকাঠামো সোলোক-ঢোলোক হয় বা হ'ব পাৰে! সাংবাদিকসকলো মানুহ। আপোনাৰ/মোৰ দৰে এওঁলোকৰো আছে অভাৱ-অভিযোগ। তথাপি বৈষয়িক সুখ-আনন্দৰ বাবে এইসকল লোকৰ ওচৰত থকা পাশুপাত অস্ত্ৰ কোনো কাৰণতে ব্যক্তিগত লাভালাভৰ বাবে ব্যৱহাৰ কৰাটো বিধি নিষিদ্ধ। এয়া হ'লে সমাজৰ ৰখীয়াৰ ভূমিকা কোনে ল'ব? আপুনি/মই বেয়া কাম কৰিবলৈ কালৈ ভয় কৰিম? ধনৰ বিনিময়ত আজিকালি সকলো কিনিব পাৰি! সকলোৱে এইদৰেই কয়। তথাপি শহ শতাংশই পৱিত্ৰ হৈ আছে সংবাদ মাধ্যম। আৰু এয়াই সমাজৰ ভৰসা। চৰকাৰী, বেচৰকাৰী, সকলো সংঘ, নিগম-নিকায়, ৰাজনৈতিক নেতা-পালিনেতা, বিপ্লৱী, ছাত্ৰ সংগঠন, ব্যৱসায়ী, সকলো— সকলোৱেই সংবাদ মাধ্যম তথা সংবাদসেৱীসকলক লৈ সচেতন! কাৰণ, সংবাদসেৱীসকল একমাত্ৰ জনতাৰ বাদে আন কাৰো ওচৰত দায়বদ্ধ নহয়। ইমান অখণ্ড ক্ষমতা পৱিত্ৰতাৰে ব্যৱহাৰ কৰাৰ বাবেই আজিও হেৰাই যোৱা নাই সংবাদসেৱীৰ মৰ্যাদা। অপতৃণ গজেই। সকলো বৃত্তিতে এই কথা প্ৰযোজ্য। তথাপি সংবাদ মাধ্যমৰ লগত জড়িত অপতৃণ কলিতে নুগুচালে এই পৱিত্ৰ মাধ্যমৰ প্ৰতি জনগণৰ বিশ্বাস কমিব। সাধাৰণ জনতাক মুৰ্খ বনোৱাটো কোনো ক্ষেত্ৰতে সম্ভৱ

নহয়। পৃথিৱীত এই কাম কোনেও কেতিয়াও সম্ভৱ কৰিব পৰা নাই। নিজৰ বুদ্ধিদীপ্ত লেখা, ভাষণ, উত্তেজনাপূৰ্ণ তথা সংবেদনশীল ফটো প্ৰকাশ কৰি সাময়িকভাৱে কোনোবাই জনতাক বিপথে পৰিচালিত কৰিব পাৰে, পিছে সময়ে কাকো ক্ষমা নকৰে। জনগণক বিপথে পৰিচালনা কৰা পৃথিৱীৰ বহু বহুল প্ৰচাৰিত কাকত বা তেনে বহু বিশিষ্ট সংবাদসেৱীৰ মুহূৰ্তৰ ভিতৰতে প্ৰচলন সংখ্যা বা জনপ্ৰিয়তা শূন্যৰ ঘৰলৈ নামি অহাৰো উদাহৰণ আছে। সংবাদ মাধ্যমে এখন সমাজ গঢ়িবও পাৰে আৰু টিলিকতে ভাঙিবও পাৰে। প্ৰতিখন কাকতৰ নিজস্ব মতাদৰ্শ বা ব্যৱসায়িক স্বাৰ্থ থাকিলেও প্ৰেছৰ পৰা ওলাই যোৱা কাকতখন ৰাইজৰ সম্পত্তি হৈ পৰে। ৰাইজৰ সম্পত্তিৰ লগত লেনদেন কৰা সংশ্লিষ্ট সকলো পক্ষই কথাষাৰ মনত ৰাখিলে সমাজত অন্ততঃ 'ছাসাংবাদিক'ৰ সৃষ্টি নহয়, সেই কথা নিশ্চিতভাৱে ক'ব পৰা যায়!'

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিক্ষণ, ১৪ নৱেম্বৰ/২০০৭

# ১৬।

## যুদ্ধৰ বিকল্প নাই!

শিৰোনামটোৱে আপোনাক আচৰিত কৰিছে নিশ্চয়!

সেয়ে আৰম্ভণিতে কৈ থওঁ— বন্দুকৰ যুদ্ধৰ কথা ক'ব খোজা নাই, নাইবা আলোচনা-বিলোচনা আদিৰ বিবৃতি যুদ্ধৰ কথাও ক'ব খোজা নাই। ক'ব খুজিছোঁ কঠোৰ পৰিশ্ৰম, সাধনা আৰু অধ্যৱসায়ৰ যুদ্ধৰ কথাহে। এই আহ্বান ছাত্ৰ, শিক্ষক, ব্যৱসায়ী, বিষয়া, কৰ্মচাৰী— সকলোলৈ। দুই-এদিনৰ ভিতৰতে চহৰৰ ক'ৰবাত দেখিলো, থলুৱাৰ বাবে এশ শতাংশই চাকৰি লাগে (দেৱাল লিখন দ্ৰষ্টব্য!)। নিশ্চয় লাগে। সম্পূৰ্ণ যুক্তিসন্মত দাবী। অসমৰ চৰকাৰী/বেচৰকাৰী প্ৰতিষ্ঠানত অসমৰে থলুৱাই নিযুক্তি নাপাব— এয়া ভাবিলেও খং উঠা কথা। কিন্তু নিযুক্তি দিওঁ দিওঁ কৰি থকা প্ৰতিষ্ঠানবোৰেতো কেৱল থলুৱা বুলিয়েই নিযুক্তি দিব নোৱাৰে— উপযুক্ত প্ৰাৰ্থীতো লাগিবই! ধৰক গেছ ক্ৰেকাৰৰ নিযুক্তি খোলা হ'ল (আজিকালি নিযুক্তি খোলা/বন্ধ জাতীয় কথাবোৰ ওলায়ে থাকে!)। প্ৰতিষ্ঠানটোৰ সম্ভাব্য সকলো পদৰ বাবে কোনোবাই অধ্যয়ন কৰিছেনে? শুনামতে, গেছ ক্ৰেকাৰ হ'বলৈ কমেও চাৰি বছৰ লাগিব। যিকোনো

পৰীক্ষাৰ বাবে প্ৰস্তুত হ'বলৈ চাৰি বছৰ অফুৰন্ত সময়। অসমৰ উপযুক্ত শিক্ষাৰে শিক্ষিত যুৱক-যুৱতীসকলে ককালত টঙালি বান্ধক। অনৰ্থক সময় নষ্ট কৰাতকৈ গেছ ক্ৰেকাৰৰ সকলো পদতে নিযুক্তি পাবৰ বাবে পৰিকল্পিত ৰূপত অধ্যয়ন আৰম্ভ কৰক। প্ৰয়োজন সাপেক্ষে অসমৰ প্ৰধান চহৰৰ মুখ্য শিক্ষানুষ্ঠানসমূহত স্থানীয়ভাৱে ষ্টাডি চেণ্টাৰ গঠন কৰক। বিশ্ববিদ্যালয়, কাৰিকৰী শিক্ষানুষ্ঠান আদিৰ পৰা সপ্তাহত এদিনকৈ হ'লেও বেলেগ বেলেগ বিষয়ত শিক্ষক আমন্ত্ৰণ কৰি বিভিন্ন বিষয়ৰ ওপৰত আলচ কৰক। আজিকালি কম্পিউটাৰৰ মাউচ টিপিলেই জ্ঞানৰ মহাসাগৰৰ দুৱাৰ খোল খায়। ইণ্টাৰনেট কাফেত বহি দৈনিক দুঘণ্টা খৰচ কৰিলেও বহু তথ্য প্ৰণালীবদ্ধভাৱে সংগ্ৰহ কৰিব পাৰি। অসমীয়া জাতিৰ বাবে কাম কৰিম বা কৰিছোঁ বুলি দাবী কৰা সংস্থাসমূহেও সময় থাকোঁতেই এই দিশত চিন্তা কৰিলে ভাল। নহ'লে কথাবোৰ একেই হ'বগৈ। অপ্ৰিয় সত্য যে আনুপাতিক হিচাপত অসমৰ ছাত্ৰ-ছাত্ৰী/যুৱক-যুৱতীসকলতকৈ দেশৰ অন্যান্য অংশৰ ছাত্ৰ-ছাত্ৰী/যুৱক-যুৱতীসকলে অধ্যয়নত বেছি সময় খৰচ কৰে। সাক্ষাৎকাৰ লোৱা লোকসকলে মেধাক গুৰুত্ব দিবই। অলপতে ক'ৰবাত পঢ়িলো, ইণ্ডিয়ান ইন্সটিটিউট অৱ মেনেজমেণ্টৰ শেষ বৰ্ষত থকা ছাত্ৰ-ছাত্ৰীসকলক পৰীক্ষাৰ আগতেই বহুজাতিক কোম্পানীসমূহে মাহে ডেৰ/দুই লাখটকীয়া চাকৰিৰ বাবে নিযুক্তি দিছে। এই শিক্ষানুষ্ঠানসমূহত অসমৰ কেইজন ছাত্ৰ-ছাত্ৰী আছে? নিযুক্তি পোৱা দুই/চাৰিজনে যদি আহি লেপেটকটাৰ গেছ ক্ৰেকাৰত মুখ্য প্ৰশাসনিক বিষয়া হৈ বহেহি, তেতিয়া আমি চিঞৰ-বাখৰ কৰি লাভ আছে জানো? এতিয়াই যদি আমাৰ শিক্ষিত যুৱক-যুৱতী/ছাত্ৰ-ছাত্ৰীসকলে কঠোৰ পৰিশ্ৰমৰ যুদ্ধৰ প্ৰত্যাহ্বান গ্ৰহণ নকৰে, তাৰ বাবে দোষী কোন? আজিৰ তাৰিখত মানুহক হাঁহি উঠা কথা কৈয়ো কোনোবা ষ্টাৰ হৈছে! এয়া কঠোৰ পৰিশ্ৰম আৰু সাধনা নহয় জানো? টিভিৰ পৰ্দাত দেখা বিভিন্ন টেলেণ্ট হাণ্ট প্ৰতিযোগিতাবোৰলৈকে চাওকচোন। দৰ্শকৰ ভোটৰ বাবে প্ৰতিযোগিতাৰ পৰা ওলাবলগীয়া হোৱা প্ৰতিযোগীসকলক বিচাৰকে দিয়া শেষ সুযোগৰ প্ৰতিটো পল সুন্দৰ ব্যৱহাৰ কৰি দুগুণ উৎসাহেৰে কিদৰে পুনৰ ঢালি দিয়ে সংগীতৰ মূৰ্চ্ছনা! এইবোৰৰ পাছতো কিন্তু ৰৈ যায় মাত্ৰ এজন! বিজ্ঞাপনৰ বাবেই হওক বা ধাৰা বিৱৰণ দিওঁতাৰ গ্লেমাৰ শ্ব'ৰ বাবেই হওক কিছুদিনৰ বাবে সেইজন হৈ পৰে ষ্টাৰ। নিজৰ ৰাজ্যলৈ আহিলে জনসমুদ্ৰ ৰোধিবলৈ নিৰাপত্তা বেষ্টনী গঢ়িবলগীয়া হয়। কিন্তু তাৰ পাছত? সাধনা আৰু অধ্যৱসায় নেথাকিলে তেনে প্ৰতিভাও মৰহি যায়। বলিউডত খোপনি নাপায়। সেয়ে কৈছোঁ, যুদ্ধক্ষেত্ৰৰ পৰা বিশ্ৰাম লোৱাৰ উপায় নাই। কোনোবাই কৈছিল, সফলতা এক মাইলপোষ্টৰ দৰে। যিদৰে গাড়ী চলাই যাওঁতে আমি অতিক্ৰম কৰা মাইলপোষ্টটোৰ পিছত আমাৰ দৃষ্টি নিবদ্ধ হয় পিছৰটোত, তাৰ পিছত আহিবলগাটোত— সফলতা হেনো তেনেকুৱা, এটাৰ পিছত আনটোত দৃষ্টি নিবদ্ধ হ'বই লাগিব, আগতকৈয়ো বেছি সাধনাৰে।

১৯৭৯ চনৰ পৰাই অসমত বহু আন্দোলন হ'ল। মূল আন্দোলন শেষ হ'ল, পুলি পোখা ওলায়েই থাকিল। কিন্তু ইমানবোৰ বছৰ পাৰ হৈ যোৱাৰ পাছতো মানৱ সম্পদ (Human Resource) বিকাশৰ ক্ষেত্ৰত কোনো যোগাত্মক আন্দোলন গঢ়ি নুঠিল। বাপেকৰ ধনেৰে পাল্‌ছাৰ, হিৰ'হোন্দা ম'বাইল লোৱা যুৱকৰ সংখ্যা বাঢ়ি গ'ল— বাঢ়ি নগ'ল যিকোনো পৰীক্ষা/সাক্ষাৎকাৰত এশৰ ভিতৰত এশ পাব পৰা প্ৰাৰ্থীৰ সংখ্যা। আমি যদি এশ শতাংশ নিযুক্তি লাগে বুলি কৰা দাবীটোৰ এটা শাৰীও শুদ্ধকৈ লিখিব নোৱাৰো, তাকো নিজৰ মাতৃভাষাত— সংশ্লিষ্ট পক্ষই নিযুক্তি কেনেকৈ দিব?

সেয়ে পুনৰ কৈছোঁ— কঠোৰ পৰিশ্ৰম, সাধনা আৰু সময়ৰ সদ্‌ব্যৱহাৰৰ দ্বাৰা প্ৰতিভা বিকাশ কৰিবই লাগিব। মানৱ সম্পদ এক অপূৰ্ব সম্পদ। ইয়াৰ বিকাশ অবিহনে প্ৰতিযোগিতাত তিষ্ঠি থকাটো অসম্ভৱ। যান্ত্ৰিকভাৱে কলেজলৈ গ'লেই নহ'ব— নিজৰ পাঠ্যক্ৰমৰ উপৰি সমসাময়িক পৃথিৱীখনৰ কথা জানিবই লাগিব। এম এছ অফিচ, টেলী, মাইক্ৰ'ছফ্‌ট ৱৰ্ড জানো বোলা কম্পিউটাৰৰ ছমহীয়া চাৰ্টিফিকেটখন হ'লেই নহ'ব— হাতৰ আঙুলিৰে কী-ব'ৰ্ডত ফুল বাচিবও পাৰিব লাগিব। আজিকালি মাৰ্কশ্বিটৰ নম্বৰ চাই নিযুক্তি নিদিয়ে, প্ৰাৰ্থীৰ জ্ঞানৰ গভীৰতা, প্ৰতিযোগিতাত সফলতাৰ বাবে অতীব প্ৰয়োজন! আহকচোন— আমি সকলোৱে এই যুদ্ধৰ বাবে গাণ্ডীৱত টংকাৰ দিওঁ।

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিধ্বনি, ২ অক্টোবৰ/২০০৮

# ১৭।

## নাই... একো নাই!

কিছুদিনৰ আগলৈকে সন্ধিয়াৰ আন্ধাৰ নামি অহাৰ লগে লগে এটা বস্তু অসম মুলুকৰ পৰা নাইকিয়া হৈছিল। সেয়া হ'ল অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ পোহৰ। আজিকালি তাৰ লগত আৰু এটি যোগ হৈছে, বি এছ এন এলৰ নেটৱৰ্ক। কথা নাই বতৰা নাই, হঠাতে নাইকিয়া হয় ম'বাইলৰ নেটৱৰ্ক। কেতিয়াবা সন্ধিয়া পৰত আৰম্ভ হোৱা এই বেমাৰ দুদিন ধৰিও থাকে। ম'বাইলৰ হেণ্ডছেটত ভাহি উঠে 'এৰৰ ইন কানেকশ্যন' অথবা 'নেটৱৰ্ক বিজি'ৰ সংবাদ। পিছে ইমানবোৰ কাৰিকৰী বিশেষজ্ঞ, ইমান গাড়ী-মটৰ, ডাঙৰ ডাঙৰ যন্ত্ৰপাতি, য'তে-ত'তে সংযোগী টাৱাৰ, অত্যাধুনিক সংযোগী মাধ্যম— এইবোৰ সকলো থাকোঁতেও নাই বুলিলেই কেনেকৈ নাইকিয়া হয় ম'বাইলৰ নেটৱৰ্ক? পিছে বিলখন দিয়াৰ ক্ষেত্ৰত এদিন দেৰী হ'লেই কাটি দিয়া হয় ম'বাইল সংযোগ। বি এছ এন এলৰ নেটৱৰ্ক বিজি থকাৰ সময়ত কিছু কিছু সময়ত অন্যান্য ব্যক্তিগত খণ্ডৰ নেটৱৰ্ক পিছে ঠিকেই থাকে। ইয়াৰ কাৰিকৰী কাৰণ বুজাটো আমাৰ বাবে অসম্ভৱ কথা। কিন্তু এই যে কথা পাতি থকা অৱস্থাত হঠাতে নেটৱৰ্ক

নামৰ বস্তুটো নাইকিয়া হয়, বি এছ এন এল কৰ্তৃপক্ষই পিছে ইয়াৰ বাবে দুখ প্ৰকাশ কৰা বা গ্ৰাহকৰ বাবে কিবা স্পষ্টীকৰণ দিয়া, এনেজাতীয় কথা সচৰাচৰ দেখা পোৱা নাযায়। পৃথিৱীত কোনো বস্তুৱেই বিনামূল্যে পোৱা নাযায়। শিৱ খেৰাই কৈছিল 'ডেয়াৰ ইজ ন' ফ্ৰীলাঞ্চ'। ম'বাইল ছিম কাৰ্ডৰ লগত দি থকা বিনামূলীয়া টি ছাটটো— সেইটোও কৰ্তৃপক্ষৰ ব্যৱসায়িক বুদ্ধিহে। সেই যে 'তোমাৰে বাৰীৰে বাঁহডাল আনি তাৰে কৰিলো খৰিচা/ তোমাকে দি ধানদোন আনিলো কথাটো মন কৰিছা?'— তেনেকুৱা কথা। গতিকে গ্ৰাহকে পইচা দিয়াৰ পাছত কোম্পানীয়ে সেৱা দিবলৈ বাধ্য। বি এছ এন এলে নেটৱৰ্ক নাই বুলিলেই হ'বনে? আৰু যদি নেটৱৰ্ক নাথাকে, নথকা সময়ছোৱাৰ ছাৰ্ভিচ চাৰ্জ বা মাহলী প্লেনৰ ধন সমানুপাতিক হিচাপত গ্ৰাহকৰ বিলৰ পৰা কৰ্তন কৰা হয়নে? সেৱা প্ৰদান নকৰাকৈ মূল্য লোৱাটো গ্ৰাহকৰ স্বাৰ্থৰ পৰিপন্থী নহয় জানো? পিছে কথাটো এনেকুৱাই হৈ আছে। সন্ধিয়া সন্ধিয়া নেটৱৰ্কো নাই, কৰ্তৃপক্ষৰ খবৰো নাই, গ্ৰাহকক কিনো হৈছে জনোৱাৰ সৌজন্যতাখিনিও নাই!

বিজুলী বিভাগৰো একেই কথা। নাই বুলিলেই দিনটোলৈ বিজুলী নাই। কমপ্লেইন, থাৰ্মেল, কণ্ট্ৰ'ল ৰুম, সকলোতে প্ৰায়েই বিজুলী সংযোগ নথকা সময়ছোৱাত টেলিফোনটোও এনগেজড্ হৈ থাকে। ঘৰে ঘৰে এতিয়া দামী ইলেক্‌ট্ৰনিক মিটাৰ হ'ল, পৰিষদৰ ৰাজহো বাঢ়িল। পিছে নাই— বিজুলী যোগান সমানুপাতিকভাৱে বঢ়া নাই। বাতৰি কাকতত নিতৌ খবৰ প্ৰকাশ হৈছে, পৰীক্ষাৰ সময়ত ল'ৰা-ছোৱালীয়ে বিজুলী যোগান নাপায়, কেৰাচিনৰ লেম্প জ্বলাই পঢ়িবলৈ কেৰাচিনো যে নাই। এইখন ৰাজ্যত এফুট খান্দিলেই তেল ওলায়! তেল আয়োগ, অইল ইণ্ডিয়া আদিয়ে বছৰি হেনো হাজাৰ হাজাৰ কোটি টকা লাভেই কৰে। খৰচ কৰিব নোৱৰা প্ৰাকৃতিক গেছ গৌৰীসাগৰ, ৰুদ্ৰসাগৰ, শিৱসাগৰ, টেঙাখাত আদিত জ্বলাই দিয়া হৈ আছে। পিছে ভাতমুঠি বনাবলৈ গেছ ছিলিণ্ডাৰটো, বিজুলীৰ পোহৰ নপৰা অঞ্চলত বা বিজুলী সংযোগ থকা অঞ্চলতো, বিদ্যুৎ নথকা সময়ছোৱাত জ্বলাবলৈ কেৰাচিন অকণমানো বিচাৰিলেই পাবলৈ নাই! নাই মানে নায়েই। বিহাৰৰ পৰা অহা পাচলি, অন্ধ্ৰৰ পৰা অহা মাছ, কণী সকলো আছে, পিছে এই মুলুকতে উৎপন্ন হোৱা তেলকণ বা গেছৰ ছিলিণ্ডাৰটো কিন্তু নাই। কথাবোৰ কিবা আচৰিত নহয়নে? নাই যি নাই— আমাৰবোৰৰ দেখোন সময়ো নাই। পঢ়িবলৈ সময় নাই, সম্পাদকৰ তাগিদানুযায়ী সপ্তাহৰ লেখাটো সম্পূৰ্ণ কৰিবলৈ সময় নাই, পৰিয়ালক দিবলৈ সময় নাই, কাৰ্যালয়ত বহি নিৰ্দিষ্ট কামখিনি আজিয়েই শেষ কৰি পেলাবলৈ সময় নাই (কাইলৈ আহক, আজি একেবাৰে সময় নাই!), বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ ঘৰলৈ এপাক গৈ সুখ-দুখৰ খবৰ ল'বলৈ সময় নাই, বেংকৰ কিউত থিয় হৈ নিয়মমাফিক লেনদেন কৰিবলৈ সময় নাই, পিতৃ-মাতৃৰ লগত বহি দু-আষাৰ কথা পাতিবলৈ সময় নাই, ছাত্ৰ-ছাত্ৰীৰ হোমৱৰ্কখিনি কৰিবলৈকো সময় নাই, চুবুৰীয়াৰ বিপদৰ সময়ত 'কি হৈছেনো' বুলি সুধিবলৈকো

সময় নাই, আত্মীয়ৰ ঘৰৰ বিয়া-সবাহত দুদিন আগতে যোগাৰ-পাতিনো কেনে হৈছে সুধিবলৈয়ো সময় নাই। মুঠতে কাৰো মৰিবলৈও সময় নাই! পিছে তিনিআলি বা চাৰিআলিত আড্ডা দিবলৈ, পিতৃপ্ৰদত্ত ম'বাইলত 'ক'ত আছা' জাতীয় কথা পাতিবলৈ, হিৰ'হোণ্ডা পালছাৰত জন আব্ৰাহামৰ ডুপ্লিকেট হ'বলৈ, কলেজৰ ক্লাছ বাদ দিবলৈ, চান্দা তুলিবলৈ, কথাই কথাই অসম বন্ধ, জিলা বন্ধ, চুবুৰী বন্ধ দিবলৈ, বা ইনক্লাব জিন্দাবাদ কৰিবলৈ আমাৰ পিছে সময়েই সময়।

ইফালে গোটেই অসমখনত ভাল ৰাস্তা বুলিবলে' কিবা এটা আছেনে? নাই। উন্নত ৰাজ্যবোৰৰ ৰাস্তাত অহা-যোৱা কৰিলে বুকুখন বিষায়। আমাৰ ইয়াৰ ভাল ৰাস্তা বুলি ধৰা ৰাস্তাবোৰৰ নিচিনা ৰাস্তা ভাঙি নতুন নতুন কৌশলেৰে সেইবোৰ জেগাত চাৰিলেন, ছয়লেনযুক্ত ৰাস্তা বনায়ে আছে। আমাৰ পিছে নাই! দিল্লী, মুম্বাই, কলকাতা, বাংগালোৰ, চেন্নাই আদিৰ দৰে ভাল, সকলো সুবিধা থকা হাস্পতাল এখন আছেনে? নাই! মেনেজমেণ্ট, নাৰ্ছিং, পেৰামেডিকেল, কম্পিউটাৰ আদি শিক্ষাৰ ৰাষ্ট্ৰীয় পৰ্যায়ৰ শিক্ষানুষ্ঠান? নাই। গুৱাহাটী হেনো উত্তৰ-পূৰ্বাঞ্চলৰ মূল প্ৰৱেশদ্বাৰ। পিছে ইন্দিৰা গান্ধীৰ নামৰ চিকিৎসা সেৱা আৰু শিক্ষাৰ ছুপাৰ স্পেচিয়েলিটি পৰ্যায়ৰ অনুষ্ঠানতো গুৱাহাটীত নহ'ল— মেঘালয়তহে হ'লগৈ। নাট্য আন্দোলনৰ ক্ষেত্ৰত অসম মুলুক আগবঢ়া। পিছে অসমত ৰাষ্ট্ৰীয় নাট্য একাডেমী জাতীয় অনুষ্ঠান? এতিয়ালৈকে নাই। হাজাৰ যানজঁট থাকিলেও গুৱাহাটীক বাদ দি বাকীবোৰ নগৰত ফ্লাইঅ'ভাৰ? নাই, এইবোৰ সপোন দেখাও ভুল!

যি এখন আই আই টি হ'ল তাতো হেনো অসমীয়া ছাত্ৰ নাই! সকলো প্ৰতিষ্ঠানতে প্ৰতিযোগিতাৰ মাধ্যমেৰে নিযুক্তি ল'ব পৰা উপযুক্ত মানৱ সম্পদো হেনো এই মুলুকত নাই। থলুৱাই এশ শতাংশ নিযুক্তি পাব লাগেই, পিছে প্ৰতিযোগিতামূলক পৰীক্ষাত আমাৰ ছাত্ৰ-ছাত্ৰীয়ে এশ শতাংশ নম্বৰ পাব পৰা পৰ্যায়ৰ মানৱ সম্পদ বিকাশৰ যোগাত্মক আন্দোলন, অধ্যৱসায় তথা উপযুক্ত পৰিকাঠামোৰ বাবে দাবী আছেনে? নাই!

এয়া ২০০৮ চন। ১৯৮২ চনত ডিব্ৰুগড় চহৰত শিক্ষাগ্ৰহণৰ বাবে আহোঁতে দেখা ডিব্ৰুগড়ৰ কিবা উন্নতি হ'লনে? হ'লনে কিবা উল্লেখযোগ্য উদ্যোগ (ৰাজহুৱা বা ব্যক্তিগত, যিকোনো খণ্ডতে!) য'ত সংস্থাপিত হ'ল হাজাৰজন নিবনুৱা? নাই, নহ'ল? ডিব্ৰুগড় বাদেই— ঔদ্যোগীকৰণৰ উদ্যমে যি সময়ত ভাৰতৰ প্ৰধান চহৰসমূহৰ কাষৰীয়া অঞ্চলবোৰতো বিনিয়োগৰ ধুমুহা বোৱাইছে, হ'লনে অসমত তাৰ শতকৰা এভাগো বিনিয়োগ? উত্তৰ কিন্তু সদায়েই নেতিবাচক হৈহে আহিছে। ঔদ্যোগীকৰণ নাই, বিনিয়োগ নাই, অত্যাধুনিক যোগাযোগ ব্যৱস্থা নাই, ৰাস্তা-ঘাট নাই, যি সময়ত একেখন দেশৰে মেট্ৰ' চহৰবোৰত ফ্লুৰ'চেণ্ট লাইটৰ পোহৰত দিন-ৰাতিৰ পাৰ্থক্য নোহোৱা হৈছে, সেই সময়ত ইয়াৰ ৰাস্তাতো বাদেই, ঘৰুৱা ব্যৱহাৰৰ বিদ্যুৎকণো নাই!

ইমানবোৰ নাইৰ মাজত থাকিবলগীয়া দুই-এপদ সামগ্ৰী আমাৰ কিন্তু ঠিকেই আছে। কস্মিনকালেও খেদিব নোৱৰা বিদেশীবোৰ, হকে-বিহকে সুকলমে চলি থকা ৰাজ্যখনত আহ্বান জনোৱা বন্ধবোৰ, পঢ়া-শুনা নকৰা 'ছাত্ৰবোৰ', ধৰ্ণা, গণ আন্দোলন, 'বিশাল অভিবৰ্তনবোৰ',— এইবোৰ দেখোন নাথাকিলেও হয়, পিছে এইবোৰ আছে আৰু হয়তো সদায়ে থাকিব!

ৰাজ্যখনৰ মানুহবোৰক জোৰাকৈ চাউল, দাইলৰ উৎপাদন নাই, আলু, পিয়াঁজ, পাচলি নাই, উদ্যোগ নাই, শিক্ষানুষ্ঠান নাই, উন্নত চিকিৎসালয় নাই, প্ৰতিটো প্ৰয়োজনীয় বিভাগৰ বিশেষজ্ঞ নাই, শিক্ষা সাং কৰিয়ে নিযুক্তি পাব পৰা বৃত্তিমূলক শিক্ষাৰ শিক্ষানুষ্ঠান নাই! আছেনো কি? কিন্তু একো নাথাকিলেও এটা সম্পদ থাকিলে মানুহে নিশ্চিন্তমনে জীয়াই থাকিব পাৰে। সেয়া শান্তি! সুজলা-সুফলা আমাৰ সকলোৰে মৰমৰ অসমভূমিত শান্তিও যে নাই!

পূৰ্বপ্ৰকাশ : দৈনিক প্ৰতিধ্বনি, ২৬ মাৰ্চ/২০০৮

# ১৪।

## নপঢ়া-নুশুনা 'ছাত্ৰ'

হৈ যোৱা পঞ্চায়ত নিৰ্বাচনৰ কিছুদিনৰ আগৰ কথা। ডিব্ৰুগড়ৰ চৌকিডিঙিৰ এক ৰাজহুৱা ভৱনত কোনোবা এক ছাত্ৰ সংগঠনৰ বেনাৰত বহু 'ছাত্ৰ' (মানুহ ?) গোট খাইছিল। কনভয় ৰোডৰ দুয়োকাষে এই 'ছাত্ৰ'সমূহক অনা-নিয়া কৰা বহু সংখ্যক বাছ, টাটাছুমো আদি গাড়ীও ৰৈ আছিল। ৰাস্তাৰ একাষে চৌকিডিঙি পুলিচ পইণ্টলৈকে সংস্থাৰ কাগজৰ পতাকা পুতি থোৱা আছিল। সম্ভৱতঃ সভা ভঙাৰ সময়তে সেই ফালেদি পাৰ হৈ গৈছিলো। স্বাভাৱিকভাৱেই চকু গৈছিল। কনভয় ৰোডত তেতিয়া ৰৈ থকা গাড়ীবোৰত উঠিবলৈ 'মানুহবোৰ'ৰ হেতা-ওপৰা লাগিছিল। বেনাৰত লাগি থকা ছাত্ৰ সংগঠনটোৰ নামটো পঢ়ি ওভতনি যাত্ৰাৰ বাবে ঠেলা-হেঁচা কৰা 'মানুহ'বোৰলৈ চাই মনটো এফালে হতাশ হৈছিল আৰু আনফালে মনত সামান্য আশাৰ সঞ্চাৰো হৈছিল। হতাশ হৈছিলো ছাত্ৰ সংস্থা এটাৰ দ্বাৰা আয়োজিত সভাত উপস্থিত মানুহবোৰৰ মাজত ছাত্ৰৰ চেহেৰাৰ কাকো নেদেখি। সৰহ সংখ্যকক দেখি লগা নাছিল যে এইখিনি মানুহৰ মাজত শিক্ষাগ্ৰহণৰ নিচিনা কঠিন কাৰ্যত ব্ৰতী

কোনোবা আছে। আৰু আশাৰ সঞ্চাৰ হৈছিল যে প্ৰকৃততেই শিক্ষাগ্ৰহণ কাৰ্যত ব্ৰতী, (যাৰ আভিধানিক নাম ছাত্ৰ) ছাত্ৰ-ছাত্ৰীসকলৰ সৰহ সংখ্যকেই এনেধৰণৰ কাৰ্যসূচীত যোগ দিয়াতকৈ পঢ়া-শুনাত মনোনিৱেশ কৰাটোহে হয়তো ভাল বুলি ভাবিছে!

সকলো কামৰ বাবে যুগ যুগ ধৰি সমাজে কিছুমান কথা নিৰ্দিষ্ট কৰি থৈছে। যেনে— ছাত্ৰাবস্থাত অধ্যয়ন, অধ্যয়নৰ সমাপ্তিৰ পাছত আৰ্জিত জ্ঞান আৰু বিদ্যাৰ দ্বাৰা নিজৰ লগতে সমাজৰ উন্নয়ন, নিৰ্দিষ্ট কৰ্মৰ দ্বাৰা সংসাৰ চলাবৰ বাবে ধন আহৰণ, বৃদ্ধ পিতৃ-মাতৃ বা নিজৰ পুত্ৰ-কন্যা-পত্নীৰ সৈতে সংসাৰধৰ্ম পালন ইত্যাদি। কিন্তু এই নিৰ্দিষ্ট সীমাৰেখাৰ বাহিৰলৈ গৈ, ছাত্ৰাবস্থাত বিদ্যা অৰ্জনৰ মূল লক্ষ্যৰ পৰা আঁতৰি, জ্ঞানৰ ভাণ্ডাৰৰ অমৃতসুধা পান নকৰি আধা বা অসম্পূৰ্ণ শিক্ষাৰে সমাজ উদ্ধাৰ বা সংস্কাৰ কৰিবলৈ যোৱাটো বা এনে কাৰ্যৰ প্ৰতি ছাত্ৰ সমাজক উচটাই দিয়াটো কোনো ক্ষেত্ৰতে সমীচীন নহয়।

ইয়াৰ মানে এইটোও নহয় যে সমাজত চলি থকা অন্যায়, অনিয়ম, ভ্ৰষ্টাচাৰ বা ৰাজনৈতিক ধূৰ্তালিবোৰ দেখিও সমাজৰ এক বৃহৎ শক্তি ছাত্ৰসকল নীৰৱে থাকিব। কিন্তু প্ৰতিবাদ কৰাৰ নামত, ছাত্ৰসকলে পঢ়া-শুনা বাদ দি বছৰৰ তিনিশ পয়ষষ্ঠি দিনৰ এশদিনেই বন্ধ ঘোষণা কৰি, হাতত চান্দাৰ বহী লৈ ঘূৰি ফুৰি অনৰ্থক শিক্ষাগ্ৰহণৰ অমূল্য সময়খিনি নষ্ট কৰাও উচিত নহয়। অসমত আজি ছাত্ৰসকলৰ মাজতে বহু সংখ্যক ছাত্ৰ সংগঠন আছে। কিন্তু প্ৰকৃততে ছাত্ৰৰতো এটাই পৰিচয়! জাতি ধৰ্ম বৰ্ণ অঞ্চল নিৰ্বিশেষে উত্তৰ গোলাৰ্ধৰ পৰা দক্ষিণ গোলাৰ্ধলৈ, সুমেৰুৰ পৰা কুমেৰুলৈ, শিক্ষাগ্ৰহণত ব্ৰতী সকলোৰেইতো ছাত্ৰ। এখন বিদ্যালয়, মহাবিদ্যালয় বা বিশ্ববিদ্যালয়ত অধ্যয়নৰত সকলো জাতি-ধৰ্ম-বৰ্ণৰ সকলোৰেই দেখোন পৰিচয় ছাত্ৰ! তেনেহ'লে অসমত সৃষ্টি হোৱা বেলেগ গোষ্ঠী, জাতিৰ নামৰ ছাত্ৰ সংগঠনবোৰে কথাবোৰ সংকুচিত কৰি অনা নাইনে? অৱশ্যে এয়া এক সুকীয়া প্ৰসংগ আৰু এই প্ৰসংগ আলোচনা কৰাটো আজিৰ লেখাৰ উদ্দেশ্যও নহয়।

ছাত্ৰ মানেই শিক্ষাগ্ৰহণত ব্ৰতী হ'বই লাগিব। আজিৰ ছাত্ৰই আমাৰ ৰাজ্য বা দেশখনৰ ভৱিষ্যতৰ ভৰসাৰ স্থল। যিচাম অভিজ্ঞ, শিক্ষিত ব্যক্তিৰ দ্বাৰা আজি ৰাজ্যখনৰ সকলো দিশ পৰিচালিত হৈ আছে, সেইসকলৰ পিছত সেই শূন্যস্থান পূৰাবৰ বাবে আমাক শিক্ষিত অভিযন্তা, চিকিৎসক, মেনেজমেণ্ট বিষয়ৰ লোক, ৰাজনীতিত বিদগ্ধ লোক, অন্যান্য কাৰিকৰী শিক্ষাৰে শিক্ষিত লোক, জ্ঞানী শিক্ষক আদিৰ প্ৰয়োজন হ'ব। যিহেতু পৃথিৱীত শিক্ষাৰ মান দিনে দিনে বাঢ়ি গৈছে, সেয়ে নিয়োগৰ সম্ভাব্য স্থলসমূহতো দৈনিক প্ৰতিযোগিতা বাঢ়ি গৈছে। এসময়ত হাইস্কুল শিক্ষান্ত পৰীক্ষাত কেৱল দহজন ছাত্ৰ-ছাত্ৰীয়েহে প্ৰথম দহটা স্থান অধিকাৰ কৰিছিল আৰু আজিকালি একেটা স্থানতে দহ-বাৰজনকৈ শতাধিক ছাত্ৰ-ছাত্ৰীয়ে প্ৰথম বিশটা স্থান অধিকাৰ কৰে। ইয়াৰ ভিতৰতে বহুকেইজনে হয়তো ভাৰতৰ বিখ্যাত

মহাবিদ্যালয়সমূহত স্থান নাপায়, বা মনে বিচৰা বিভাগত পঢ়িবলৈ সুযোগ নাপায়। ইয়াৰ অৰ্থ এইটোৱেই যে দেশখনৰ অন্যান্য অংশৰ ছাত্ৰ-ছাত্ৰীসকলে ছাত্ৰাৱস্থাত অধ্যয়নকেই তপস্যা বুলি গণ্য কৰিছে আৰু অৰ্জুনৰ লক্ষ্যভেদৰ দৰে কেৱল মাছৰ চকুটোতহে দৃষ্টি আৰু লক্ষ্য স্থিৰ কৰিছে। আৰু আমি? অজস্ৰ হকে-বিহকে দিয়া বন্ধৰ দ্বাৰা জৰ্জৰিত ৰাজ্যখনত শিক্ষাগ্ৰহণৰ অমূল্য সময়খিনি ছাত্ৰ-ছাত্ৰীয়ে কটাবলগীয়া হৈছে বন্ধ ঘৰৰ ভিতৰত! এয়া নিৰ্মম সময়!

ইয়াৰ মাজতে এচামে আকৌ খোলা দিনকেইটাৰো সদ্ব্যৱহাৰ কৰা নাই! তাৰ সলনি ব্যস্ত আছে বিভিন্ন ধৰ্ণা, আন্দোলন, জংগী আন্দোলন আদি জাতীয় কাৰ্যসূচীত। ৫ জানুৱাৰী সংখ্যাৰ দৈনিক অগ্ৰদূত কাকতত এজনে লিখিছে আন্দোলন পৰিচালনা আৰু পৰিকল্পনা কৰাত আমি শ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছোঁ বুলি! পিছে আন্দোলনৰ ফলশ্ৰুতিত হোৱা ফচল কিন্তু ভোগ কৰিব পাৰিব কেৱল উপযুক্ত শিক্ষাৰে শিক্ষিত লোকসকলেহে। তথাকথিত 'সংগ্ৰামৰ' লগে লগে সমান্তৰালভাৱে শিক্ষাগ্ৰহণ কাৰ্য চলাই নিব নোৱাৰিলে জাতিটোৰ ভৱিষ্যৎ নিঃসন্দেহে অন্ধকাৰ! আমি সকলোৱে জানো, সমাজত শূন্য স্থান নাথাকে। প্ৰয়োজনীয় ক্ষেত্ৰত আমি যদি উপযুক্ত প্ৰাৰ্থী দিব নোৱাৰো, সেই স্থান আনে পূৰণ কৰিবই।

এই কাকততে বা আন বহু কাকতত বহুজনে বৰ্তমান যুগৰ লগত খাপ খোৱা বিভিন্ন পাঠ্যক্ৰমৰ কথা লিখি আছে। কিন্তু অসমৰ কিমানজন ছাত্ৰ-ছাত্ৰীয়ে এইবোৰ দিশত গুৰুত্ব প্ৰদান কৰিছে? সকলো ছাত্ৰ-ছাত্ৰীয়েই যে প্ৰথম বিভাগ পাব বা আশী-নব্বৈ শতাংশ নম্বৰ পাব তাৰটো মানে নাই। বহু পাঠ্যক্ৰম আছে, য'ত ইমান নম্বৰৰ প্ৰয়োজন নাই বা এইবোৰ পাঠ্যক্ৰম সমাপ্ত কৰাৰ পাছত উপাৰ্জনো বহুত ভাল। কাম জনা প্লাম্বাৰ, ইলেক্‌ট্ৰিচিয়ান বা ডি টি পি অপাৰেটৰ এজনৰ দৰমহা যথেষ্ট ভাল। পঢ়া-শুনা নকৰি, পিতৃৰ হোটেলৰ বিনামূল্যৰ আতিথ্য গ্ৰহণ কৰি অপৈণত ৰাজনীতি কৰাতকৈ এনে সৰু সৰু অথচ বহু প্ৰয়োজনীয় বৃত্তিবোৰৰ বাবে শিক্ষাগ্ৰহণ কৰাটো শ্ৰেয়ঃ নহয় জানো? বহিৰাগতৰে ৰাজ্যখন ভৰি পৰিল বুলি চিঞৰ-বাখৰ কৰি অসমবন্ধ দিবলৈ অতি সহজ— কিন্তু কিয় ভৰি পৰিল, সেই কথা আন্তৰিকতাৰে বিচাৰ কৰি সঠিক দিশত খোজ দিবলৈ টান!

এই যে সচৰাচৰ দেখা পোৱা ধৰ্ণা, সমদল, বিক্ষোভ প্ৰদৰ্শন, স্মাৰকপত্ৰ প্ৰদান আদি কাৰ্যসূচীবোৰ— তাত প্ৰকৃত ছাত্ৰ কেইজন থাকে? পঢ়া-শুনাত মন দিয়া, ছিৰিয়াছ মনৰ ছাত্ৰ-ছাত্ৰীসকলৰ বৰ্তমানৰ কঠিন পাঠ্যক্ৰম অধ্যয়ন কৰি এইবোৰ কৰিবলৈ প্ৰকৃততে সময় থাকেনে? ধৰি ল'লো— যি সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে স্ব-ইচ্ছাই এইবোৰ কাৰ্যসূচীত যোগ দিছে, তেওঁলোকৰ সঁচাই ৰাজনীতিৰ মাধ্যমেৰে সমাজ সংস্কাৰ কৰাৰ মন! কিন্তু তেওঁলোকৰ মাজত থকা অছাত্ৰ কেইজন? তদুপৰি ৰাজনীতি কৰিবলৈকোতো লাগিব এক পৰিপক্ক মগজু! কাৰণ, ইয়াৰ অবিহনে চতুৰ

আৰু বিদগ্ধ আমোলা-বিষয়াৰ মগজুৰ পৰা সৃষ্টি হোৱা মূল আলোচনাৰ 'মাইনুট্‌ছ'ত কেতিয়াবা হয়তো ভাষাৰ সুচতুৰ প্ৰয়োগৰ দ্বাৰা মূল দাবীৰ বিষয়টোকেই এৰি যোৱা হ'ব। এসময়ৰ অসম আন্দোলনৰ দৰে প্ৰতিটো সংস্থাইতো দোভাষী বা পণ্ডিত লগত লৈ ফুৰিব নোৱাৰে! তেনেক্ষেত্ৰত? সেয়েহে ছাত্ৰৰ প্ৰথম আৰু শেষ কামটোৱেই হ'ল শিক্ষাগ্ৰহণ। নিজক সমাজৰ লগতে অন্যান্য বিভিন্ন সমস্যাৰ লগত যুঁজিব পৰাকৈ খাপখোৱা ধৰণে প্ৰস্তুত কৰিব পৰাটোহে ছাত্ৰৰ কৃতিত্ব।

ৰাজনৈতিক উদ্দেশ্যৰে 'সংগ্ৰাম' কৰা ছাত্ৰ সংগঠনসমূহৰ নেতৃবৃন্দয়ো ছাত্ৰ সমাজৰ মূল উদ্দেশ্যৰ কথা পাহৰি যাব নালাগে। লগতে ছাত্ৰৰ নামত ৰাজপথত অছাত্ৰ নমাই নিৰাপদ দূৰত্বৰ পৰা নেতা হোৱাৰ আমেজ লোৱাৰ বাসনাও ত্যাগ কৰিব লাগে। যি সময়ত পৃথিৱীৰ উন্নত দেশসমূহৰ কথা বাদেই, দেশৰে অন্যান্য অংশৰ জনসাধাৰণ তথা ছাত্ৰ-ছাত্ৰীৰ বাবে 'কেৰিয়াৰ গঢ়া'ৰ বাদে আন একোৰে বাবেই 'সময় নাই', আমাৰ ৰাজ্যখনত কিন্তু এচাম ছাত্ৰ-ছাত্ৰী বা এওঁলোকক নেতৃত্ব দিয়া সংস্থাসমূহৰ 'কেৰিয়াৰ গঢ়া'ৰ বাদে বাকী সকলোৰে বাবে আছে অফুৰন্ত সময়! বিভিন্ন যোগাযোগৰ মাধ্যমৰ যোগেদি পৃথিৱীখন এখন সৰু গাঁৱত পৰিণত হৈছে। ইয়াত অঞ্চলভিত্তিক ৰাজনৈতিক সমস্যা থাকিলেও, যুগৰ লগত খাপ খোৱা বৃত্তিৰ বাবে উপযুক্ত শিক্ষাগ্ৰহণৰ কঠোৰ তপস্যাত সিদ্ধি লাভ নকৰিলে— সমস্যাবোৰ সমস্যা হৈয়েই থাকিব। আজিৰ ৰাজনৈতিক কাৰ্যসূচীৰ দ্বাৰা তেনে সমস্যাৰ (?) সমাধান হ'লেও, উন্নত পৃথিৱীখনৰ তীব্ৰ প্ৰতিযোগিতাৰ লগত খাপখোৱা শিক্ষাৰে শিক্ষিত এচাম পূৰঠ আৰু কৰ্মঠ লোকৰ অভাৱে আন এক অসহনীয় সমস্যাৰ সৃষ্টি কৰিব।

সেয়ে হৈ যোৱা শূন্যতাখিনি পূৰাবলৈ অন্ততঃ দহটা বছৰ অসমৰ সকলো জনগোষ্ঠীৰে ছাত্ৰ-ছাত্ৰীসকলক সকলো ধৰণৰ আন্দোলনৰ কাৰ্যসূচীবোৰৰ পৰা ৰেহাই দিয়া হওক। চৰকাৰী বন্ধৰ দিনকেইটাৰ বাদে আন কোনোধৰণৰ বন্ধই যাতে শিক্ষানুষ্ঠানসমূহ চুব নোৱাৰে, তাৰ বাবে সৰ্বসন্মত সিদ্ধান্ত লোৱা হওক। ছাত্ৰ সমাজক কোনো কাৰণতে ৰাজপথলৈ উলিয়াই অনা নহওক আৰু সংশ্লিষ্ট সকলো পক্ষই এই দিশত পূৰ্ণ সহযোগিতা আগবঢ়াওক। শিক্ষকসকলেও নিজৰ অভাৱ-অভিযোগ বা বিভিন্ন দাবী নিষ্পত্তিৰ বাবে, শিক্ষাপ্ৰদান কাৰ্যসূচী বিঘ্নিত নোহোৱাকৈ আন কাৰ্যসূচী গ্ৰহণ কৰক।

অসমৰ কৃতী চিন্তাবিদ তথা এই কাকতৰ সম্পাদক হোমেন বৰগোহাঞিদেৱকে আদি কৰি দুই/চাৰিখন দৈনিক বা সাপ্তাহিক কাকতৰ সম্পাদক তথা অন্যান্য লেখকে অসম আন্দোলনৰ সময়ৰ পৰাই এনে বিষয়ত বহু কথাই লিখি আহিছে। পিছে কথাবোৰ অগ্নিগৰ্ভা অসমত দহ বছৰ কিয়, হয়তো কাহানিও সম্ভৱ নহ'ব! কাৰণ, কথাবোৰ যি বুজিব লাগে, তেওঁলোকে হয়তো বুজিও নুবুজাৰ ভাও ধৰিছে বা

নুবুজিবলৈ আন্তৰিকতাৰে যত্ন কৰিছে। কিন্তু আটাইতকৈ অপ্ৰিয় সত্যটো হ'ল— প্ৰকৃত আৰু আনুষ্ঠানিক শিক্ষাৰে শিক্ষিত তথা জ্ঞানাৰ্জনৰ গৌৰৱেৰে গৌৰৱান্বিত এচাম উজ্জ্বল প্ৰকৃত ছাত্ৰৰ সলনি এচাম অপৈণত তথা অপৰিপক্ক অছাত্ৰৰ অদূৰদৰ্শী ৰাজনৈতিক কচৰতে জাতি এটাৰ মৰ্যাদা বিশ্ব দৰবাৰত কেতিয়াও স্থায়ীভাৱে প্ৰতিষ্ঠা কৰিব নোৱাৰে! ৰাজ্যখনৰ এচামৰ মতি-গতি দেখি, এনে এক সম্ভাৱনাৰ কথাহে কিন্তু মনলৈ আহিছে!

পূৰ্বপ্ৰকাশ ঃ আমাৰ অসম, ১ ফেব্ৰুৱাৰী/২০০৮

# ১৭।

## ডাক্তৰৰ টেলিফোন

'মোৰে শপত, টেলিফোন নকৰিবা।
আবেগবোৰেৰে এখন চিঠিকে লিখিবা।
পাতল হ'ব তোমাৰো বুকু।'

এয়া চিকিৎসক কবি প্ৰণয় ফুকনৰ অনুভব। কবিতানুৰাগীৰ বুকু তোলপাৰ লগোৱা কবিতাটোত অৱশ্যে কবিয়ে দৈনন্দিন জীৱনৰ বৃত্তিগত প্ৰয়োজনৰ ফোনৰ কথা কোৱা নাই। অনুভৱবোৰ আটোলটোলকৈ শব্দলৈ ৰূপান্তৰ কৰা ডাঃ প্ৰণয় ফুকনৰ কবিতাটো মনলৈ আহিল চিকিৎসকৰ লগত টেলিফোনযোগে কৰা বাৰ্তালাপৰ বিষয়ে লিখিবলৈ লওঁতে। ডাক্তৰৰ লগত টেলিফোনত কৰা বাৰ্তালাপত বহুতৰে তিতা-মিঠা অভিজ্ঞতা হৈছে। ইয়াৰে কিছুমানে বুকু জুৰায়, মন-প্ৰাণ ভৰি উঠে, কিছুমানে তিতা লগায়। জীৱনত ডাক্তৰলৈ ফোন কৰিবলগা নহওক বুলি নেদেখাজনৰ ওচৰত মূৰ দোঁৱাবলৈ বাধ্য কৰায়। কিন্তু কিয়? কথাবোৰ অকণমান চালি-জাৰি চাওঁচোন।

ডাক্তৰলৈ কোনে ফোন কৰে? ঘৰুৱা দুই/চাৰিটা ফোন বাদ দিলে চিকিৎসকসকলে

সম্ভৱতঃ সৰহ সংখ্যক ফোনেই পায় কেৱল বেমাৰ সম্পৰ্কীয় বিষয় লৈ ৰোগী, অভিভাৱক, বিভিন্ন হাস্পতাল বা ৰোগীৰ আত্মীয়-স্বজনৰ পৰা। সকলোৰে একেই সমস্যা— কেতিয়া, কেনেকৈ উপশম পাব শাৰীৰিক যন্ত্ৰণাৰ পৰা, দৰব খাইছে কিন্তু বেমাৰ দেখোন কমা নাই। (শিশুৰ অসুখৰ ক্ষেত্ৰত প্ৰথম পালি দৰব খোৱাৰ পাছতে যদি ৰোগ উপশম নহয়, পিতৃ-মাতৃৰ টেলিফোনৰ উৎপাতত ডাক্তৰৰো জীৱন দুৰ্বিষহ হয়!) ৰোগীয়ে যন্ত্ৰণাত ছাটি-ফুটি কৰিছে— এবাৰ, মাত্ৰ এবাৰ আহি চাই যাওকহি, ইত্যাদি ইত্যাদি। ইয়াৰ লগতে আকৌ ৰোগীৰ কোনোবা এলেকৰ পেলেক বা বন্ধু-বান্ধৱ যদি চিকিৎসা কৰা ডাক্তৰজনৰ চিনাকি হয়, এনে চিনাকি বা বন্ধুৰ ফোন ডাক্তৰজনে বিনামূল্যে বা বিনাসুততো লাভ কৰে। কিছু চিকিৎসকে ৰোগী বা অভিভাৱকক সম্ভৱপৰ সকলো সহায় টেলিফোনযোগেও কৰিবলৈ যত্ন কৰে। কিন্তু ইয়াৰ বিপৰীতৰ সংখ্যাও বৰ কম নহয়। বিশিষ্ট বা অতি বিশিষ্ট চিকিৎসকৰ কোনো কোনোৱে চিকিৎসাধীন ৰোগীজনৰ বিষয়ে ৰোগী বা অভিভাৱকৰ লগত কথা পতাতকৈ আন এজন জুনিয়ৰ ডাক্তৰৰ লগতহে কথা পাতিবলৈ পালে ভাল পায়। অৱশ্যে তাৰ কাৰণো আছে। চিকিৎসকে চিকিৎসাৰ লগত ৰোগ বা ৰোগীৰ বিষয়ে কাৰিকৰী বিষয়ৰ কথা নিজৰ ভাষাত পাতিব পাৰে। টেলিফোনযোগে নিৰ্দেশনা দিব পাৰে। এয়া ৰোগীৰ বাবেও নিঃসন্দেহে ভালৰ কথা। কিন্তু এই সকলোৰে ওপৰত মানৱীয় দিশ এটাও জড়িত আছে। এজন ৰোগী বা অভিভাৱকে আতংকগ্ৰস্ত হৈ চিকিৎসকজনক টেলিফোন কৰিলে বিশিষ্ট চিকিৎসকজনে যদি পাঁচ ছেকেণ্ড সময় খৰচ কৰি এষাৰ কথা পাতে, সংশ্লিষ্টজনে যথেষ্ট সকাহ পায়। গতিকে পাঁচ ছেকেণ্ড সময় খৰচ কৰি দুষাৰ বাক্য ক'বলৈ বেয়া পাব বা আমনি পাব নালাগে। টেলিফোনযোগে চিকিৎসকক যোগাযোগ কৰাৰ ক্ষেত্ৰত নিশাৰ কথাটো আৰু ভয়াৱহ। বহু বিশিষ্ট বিশেষজ্ঞ চিকিৎসকে নিশা ফোন কৰিলে অতিমাত্ৰা বিৰক্ত হয়। নিশা আমনি নকৰিবলৈ সাৱধানবাণী শুনাই খটকৈ টেলিসংযোগ বিচ্ছিন্ন কৰি দিয়ে। কণ্ডজনে আকৌ টেলিফোন উঠাই থয়, ম'বাইল ফোনৰ ছুইটচ্ অফ কৰি থয়। কোনোৱে টেলিফোন উঠালেও জুনিয়ৰ ডাক্তৰক দেখুৱাবলৈ কয়। কিন্তু মানুহৰ জীৱনলৈ বিপদ-আপদ, বেমাৰ-আজাৰতো দিন/ৰাতি বিচাৰ কৰি নাহে। দিনটো হাঁহে-মাহে খাই থকাজনো নিশা বাৰ বজাত হঠাৎ হৃদযন্ত্ৰৰ অসুখত ভুগিব পাৰে! অথবা চিকিৎসালয়ত চিকিৎসাধীন হৈ ক্ৰমাৎ আৰোগ্যৰ ফাললৈ অহা ৰোগীজনো ৰাতিটোৰ ভিতৰতে পুনৰ বিভিন্ন কাৰণত গুৰুতৰভাৱে অসুস্থ হৈ পৰিব পাৰে। তেনেক্ষেত্ৰত আতংকগ্ৰস্ত অভিভাৱকে সংশ্লিষ্ট চিকিৎসক বা বিশেষজ্ঞ চিকিৎসকজনলৈ ২৪ ঘণ্টাৰ যিকোনো সময়তে ফোন কৰিবই। এজন আত্মীয়ৰ হঠাৎ হোৱা গুৰুতৰ অসুস্থতাৰ বাবে নিশা এজন বিশিষ্ট বিশেষজ্ঞক ফোন কৰি উত্তৰ নোপোৱাত ঘৰলৈ গৈ দুৱাৰ ঢকিওৱাৰ পাছতো খুলি নিদিয়াত, এজন চিনাকি বন্ধু ডাক্তৰক আনি নিশাটো ভগৱানক থিয়াই পাৰ কৰাৰ নিচিনা তিক্ত অভিজ্ঞতা এই লেখকৰো হৈছে। এতিয়া কথা হ'ল, ডাক্তৰ হ'ল বুলিয়েই এখেতসকলৰ কি ব্যক্তিগত জীৱন বোলা কথা এটা নাই নেকি? চিকিৎসা বৃত্তি

ল'লে বুলিয়েই দিনটোৰ প্ৰতিটো ঘণ্টাই কেৱল ৰোগীৰ কথাই ভাবি থাকিব নেকি? চিকিৎসকসকলৰো সংসাৰ আছে। আপোনাৰ/মোৰ দৰে পুত্ৰ, কন্যা, পত্নী আছে। এজন পিতৃ বা স্বামী হিচাপে দায়িত্ব আছে। একেদৰে পত্নী পুত্ৰ কন্যাৰো চিকিৎসকজনৰ সময়ৰ অন্ততঃ কিছু অংশ দাবী কৰাৰ অধিকাৰ আছে! আপুনি আপোনাৰ সন্তানক সন্ধিয়া হোমৱৰ্ক চাই দিয়াৰ সময়ত আলহী আহিলে বেয়া পোৱাৰ দৰে নিশা এক বজাত ফোন আহিলে চিকিৎসকসকলেও বেয়া পোৱাৰ অধিকাৰ আছে। কিন্তু এই গোটেই কথাখিনিত সাধাৰণ মানুহ আৰু চিকিৎসকসকলৰ এটা পাৰ্থক্য আছে। জনসাধাৰণক চিকিৎসা সেৱা প্ৰদান কৰাৰ শপত লৈহে এজন ব্যক্তি এজন চিকিৎসকলৈ পৰিবৰ্তিত হয়। তদুপৰি সমাজে চিকিৎসকসকলক সদায় শ্ৰদ্ধা আৰু সমীহ কৰি আহিছে। চিকিৎসকজনলৈ ফোন কৰোঁতে ৰোগী বা আত্মীয়ই যথেষ্ট সন্মানসহকাৰে কথা পাতে। অতি কম সংখ্যক অত্যুৎসাহীক বাদ দি সৰহ সংখ্যক লোকেই চিকিৎসকক অতি প্ৰয়োজন নহ'লে অন্ততঃ নিশা ফোন নকৰে। তেনেক্ষেত্ৰত চিকিৎসকসকলে এনে জাতীয় ফোন পালে বিৰক্ত হোৱা বা দুটা মাতেৰে উত্তৰ দিয়া অনুচিত। ই ৰোগী বা আত্মীয়-স্বজনৰ বাবে আন এক উদ্বেগৰ বিষয় হৈ পৰে। চিকিৎসাধীন ৰোগীসকলৰ ক্ষেত্ৰত কিছু সময়ত নিশা সংশ্লিষ্ট বিশিষ্ট বিশেষজ্ঞগৰাকীক ফোন কৰিলে বিৰক্ত হোৱা দেখা যায়। কিন্তু কথাটোতো এনেকৈয়ো ভাবিব পাৰি— যিহেতু বিশেষজ্ঞ চিকিৎসকজনৰ চিকিৎসাধীন ৰোগীজন চিকিৎসালয়ত থকা অৱস্থাত সকলো পৰীক্ষা-নিৰীক্ষা কৰি দৰবপাতি খাই থকাৰ পাছতো ভাল হোৱা নাই বা হঠাৎ অধিক শাৰীৰিক অৱনতি ঘটিছে, ইয়াৰ মানে— ৰোগ, ঔষধ আৰু চিকিৎসাবিধানৰ ক'ৰবাত কিবা এটাৰ নিশ্চয় গণ্ডগোল হৈছে। ইয়াৰ বাবে প্ৰকৃততে সংশ্লিষ্ট চিকিৎসকজনৰ চৌব্বিশ ঘণ্টাই দায়িত্ব আছে! মানৱ জীৱন এবাৰেই আহে। কাৰোবাৰ অকশমান ব্যক্তিগত অশান্তিৰ বিনিময়ত যদি আৰ্তজনে এই অমূল্য জীৱন ঘুৰাই পায়, তাতোকৈ সুখ বা প্ৰশান্তি জানো আছে!

মানুহে দিয়া শ্ৰদ্ধা, সন্মান বা সমীহৰ বাবে কিছু সংখ্যক চিকিৎসকৰ এক মিছা আত্মাভিমান হোৱা বা থকাও দেখা যায়। এয়া অপকাৰী। সমাজত সকলো বৃত্তিৰে নিজস্ব পৰিসীমা আছে। ডাক্তৰ এজন নহ'লে এজন ৰোগীৰ যি অৱস্থা হয়, ট্ৰেইন এৰিবলৈ দহ মিনিট থকা অৱস্থাত টিকট বুকিং ক্লাৰ্কজন নিজৰ ছিটত নাথাকিলে জৰুৰী কাৰ্যত হঠাৎ ক'ৰবালৈ যাবলগা হোৱা ডাক্তৰজনৰো একেই অৱস্থা হয়! এখন সমাজত আমি সকলো ইজন সিজনৰ বৃত্তিৰ পৰিপূৰক। তথাপি মানৱসেৱাৰ লগত জড়িত কাৰণেই সমাজৰ লগতে বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে চিকিৎসকজনক বহুক্ষেত্ৰত অগ্ৰাধিকাৰ দিয়ে। বেংকৰ লোন, টেলিফোন সংযোগ, গেছ সংযোগ, ইণ্টাৰনেট সংযোগ আদিৰ পৰা আৰম্ভ কৰি কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃলৈকে সকলোৱে চিকিৎসকসকলক অগ্ৰাধিকাৰ দিয়ে। তথাকথিত অসম বন্ধ, জিলা বন্ধ, পথ বন্ধ, সকলোতে চিকিৎসকৰ গাড়ী কোনোৱে নধৰায়। এই সকলোবোৰৰ কাৰণ নিশ্চয় এটাই— সেয়া হ'ল, চিকিৎসকসকলে মানুহৰ জীৱন-মৰণৰ

লগত জড়িত। যদি সমাজে এজন চিকিৎসকক এইখিনি সা-সুবিধা আন সাধাৰণ নাগৰিকতকৈ বেছিকৈ প্ৰদান কৰিছে, চিকিৎসকসকলৰো দায়বদ্ধতা আন সাধাৰণ নাগৰিকতকৈ নিশ্চয় বহু বেছি বা সমাজে চিকিৎসকসকলৰ পৰা এয়া আশা কৰিবই। আপুনি অধিকাৰখিনি আঁজুৰি ল'ব আৰু বিনিময়ত কৰ্তব্যখিনি নকৰিব, এয়াতো হ'ব নোৱাৰে। অৱশ্যে ইয়াৰ মাজতো বহু বিশেষজ্ঞ চিকিৎসক আছে, যি ৰোগীৰ সকলো তথ্য সলসলীয়াকৈ মনত ৰাখে। চেন্নাই, মুম্বাই, দিল্লীৰ পৰা ৰাতিও হাঁহিমুখে ৰোগীৰ সৈতে টেলিফোনযোগে কথা পাতে, ৰোগী সম্পৰ্কীয় সকলো দৰকাৰী তথ্য দূৰণিবটীয়া ৰোগীৰ বাবে ফেক্স, টেলিফোন বা ই-মেইলযোগে প্ৰেৰণ কৰে, প্ৰয়োজনসাপেক্ষে স্থানীয় চিকিৎসকৰ লগতো ৰোগীজনৰ বিষয়ে কথা পাতে। একেদৰে, আমাৰ ইয়াতো এনে চিকিৎসক আছে, যি ৰোগী বা আত্মীয়-স্বজনে ফোন কৰিলে বেয়া নাপায়, নিশা ফোন বন্ধ কৰি নথয়, সাধাৰণ বেশভূষাতে মটৰ চাইকেল চলাই গাঁৱে-ভূঞে শ শ ৰোগী চাই ফুৰে, অস্ত্ৰোপচাৰ কৰে।

ৰোগী বা আত্মীয়-স্বজনেও অনৰ্থক কথা সুধি টেলিফোনত চিকিৎসকজনক বিৰক্ত কৰিব নালাগে। আপুনি ফোন কৰি থকা সময়ত চিকিৎসকজনে হয়তো আন এজন গুৰুতৰ ৰোগীৰ চিকিৎসাত ব্যস্তও থাকিব পাৰে, আপোনাৰ/মোৰ দৰে তেজ-মাংসৰ মানুহ হিচাপে, পত্নী-পুত্ৰ-কন্যাক সময় দিব নোৱাৰাৰ বাবে মান-অভিমান বা গৃহকন্দলো চম্ভালি থাকিবলগীয়া হ'ব পাৰে অথবা চিকিৎসা শিক্ষাৰ ছাত্ৰ-ছাত্ৰীক শিক্ষাদানো কৰি থাকিব পাৰে। বিশেষ গুৰুতৰ সমস্যা নহ'লে চাৰিটা বা পাঁচটা ৰিঙত ফোন নুঠালে চিকিৎসকজনক আধা ঘণ্টাৰ পাছত বা এঘণ্টাৰ পাছত পুনৰ যত্ন কৰক। বিষটো কমিবলৈ বা জ্বৰটো ভাল হ'বলৈ দিয়া ঔষধৰ নিৰ্দিষ্ট মাত্ৰা আপোনাৰ তেজত মিহলিতো হ'ব লাগিব। তাৰ বাবে লগা সময়খিনিৰ মাজতে বেমাৰ ভাল হোৱা নাই বুলি ক'লৈ যাওঁ গোপাল, ক'লৈ যাওঁ কৃপাল নলগালে ৰোগী আৰু চিকিৎসক সকলোৰে বাবেই মংগল। এনে জাতীয় কথাৰ বাবে টেলিফোন কৰিলে চিকিৎসক এজন বিৰক্ত হোৱা স্বাভাৱিক।

আগতে কৈ অহাৰ দৰে মধুৰ টেলিফোনিক বাৰ্তালাপে বুকু জুৰ পেলোৱাৰ লগতে তিতা মাত বা হুটা উত্তৰে বিশেষকৈ আতংকগ্ৰস্ত আৰু উদ্বিগ্ন ৰোগী বা অভিভাৱকসকলৰ মাজত ঋণাত্মক প্ৰভাৱ পেলায়। পাঁচ ছেকেণ্ড সময় খৰচ কৰি ৰোগী বা আত্মীয়জনক অকণমান সান্ত্বনা দিলে, এনে ঋণাত্মক প্ৰভাৱ ছেকেণ্ডতে নাইকিয়া হয়।

টেলিফোন যোগাযোগৰ অন্যতম আহিলা। ইয়াৰ সম্যক ব্যৱহাৰে বহু সমস্যাৰে তৎকালীন সমাধান কৰে। কথাষাৰ অৱশ্যে চিকিৎসকসকলৰ লগতে ৰোগী বা ৰোগীৰ আত্মীয়-স্বজনৰ বাবেও সমানে প্ৰযোজ্য।

পূৰ্বপ্ৰকাশ ঃ সাতসৰী, ১-১৫ ফেব্ৰুৱাৰী/২০০৮

# ২০।

## অসমত নিবনুৱা নাই!

খং উঠাৰে কথা! যি সময়ত বিভিন্ন সংগঠনে নিবনুৱা সমস্যাৰ তৎকালীন সমাধানৰ বাবে বিভিন্ন সময়ত দাবী, ধৰ্ণা বা আন বহু উপায়েৰে চৰকাৰৰ ওচৰত দাবী জনাই আহিছে, তেনে সময়ত কোনোবাই অসমত নিবনুৱা নাই বুলিলে কাৰনো খং নুঠিব? বিভিন্ন কলেজ, বিশ্ববিদ্যালয়, কাৰিকৰী শিক্ষা প্ৰতিষ্ঠান, কম্পিউটাৰ শিক্ষা প্ৰতিষ্ঠান আদিৰ পৰা বছৰি হেজাৰ হেজাৰ শিক্ষিত লোক ওলায়েই আছে। চাকৰিৰ সৌভাগ্যনো(?) কেইজনৰ হৈছে! বহুজনে চৰকাৰী চাকৰি এটা পাম পাম বুলি, বয়সৰ উচ্চসীমাও পাৰ কৰি দিছে। তথাপি চাকৰি এটা নহয়গৈ। ল'ৰা-ছোৱালীক পঢ়াই-শুনাই ডাঙৰ মানুহ কৰাৰ আশা পূৰণ নোহোৱাকৈয়ে বহুজনে পৃথিবীৰ মায়া-মোহ এৰি গুচি যাবলগাও হৈছে। চেনায়ে বৈ থোৱা চেনেহৰ গামোচাখন চাকৰিটো হোৱাৰ পাছতে মুকলিমুৰীয়া মন এটাৰে ল'ম বুলি থাকোঁতে বহুতৰ চেনায়ে কোনোবা সৌভাগ্যবান চাকৰিজীৱীৰ ঘৰ শুৱনি কৰিছেগৈ! পঢ়ি-শুনি ডিগ্ৰী এটা লোৱাৰ পাছত চাকৰি এটাৰ সন্ধানত ঘূৰি বিফল হৈ বহুতে 'আন পন্থা'ও হাতত ল'বলগা হৈছে! নাই, চাকৰি নাই! সংস্থাপনৰ

বাট নাই। তেনেস্থলত অসমত নিবনুৱা নাই বুলিলেই হ'বনে? অসমত পঞ্জীকৃত নিবনুৱাৰ সংখ্যাতকৈ প্ৰকৃত নিবনুৱাৰ সংখ্যাই চিন্তাশীল ব্যক্তি, সমাজ সচেতন মহলক সঁচাকৈয়ে চিন্তাত পেলাইছে। কিন্তু সচৰাচৰ চকুৰ আগত দেখা পোৱা এচাম যুৱকক দেখিলে বা এওঁলোকৰ আদৱ-কায়দা, চলন-ফুৰণ দেখিলে জীৱিকাৰ এটা নিয়মিত পথ নথকাৰ বাবে এওঁলোকৰ কোনো বেদনা থকা যেন নালাগে। পিতৃৰ হোটেলৰ বিনাপইচাৰ খাদ্য, এটা শেহতীয়া মডেলৰ ম'বাইল ফোন আৰু এখন বাইকৰ পিছতেই স্তব্ধ হৈ যায় এওঁলোকৰ জীৱন সংগ্ৰাম। কোনো সপোন নাই, ভৱিষ্যতৰ পৰিকল্পনা নাই আৰু নাই কঠোৰ সাধনাৰ সামান্যতমো প্ৰস্তুতি। কিন্তু এয়াই জানো জীৱন?

বাহিৰৰ পৰা আহি অসমত ব্যৱসায়-বাণিজ্য কৰা বহুতে কয়— অসমত উপাৰ্জন কৰিবলৈ দেশৰ অন্যান্য অংশৰ তুলনাত যথেষ্ট সহজ। আমাৰবোৰৰ চকুৰ আগতে নিজৰ বুদ্ধিমত্তা, ব্যৱসায়িক টেঙৰামি অথবা অধ্যৱসায় আৰু কঠোৰ পৰিশ্ৰমৰ যোগেদি কোনোবা আন সম্প্ৰদায়ৰ লোকে অসমৰ সোণ বুটলি নিজৰ জীৱনধাৰণৰ মান উন্নত কৰি গৈ আছে। আৰু আমি? আমাৰ কোনোবা সভা-সমিতি, সন্মিলন, ধৰ্ণা, শোভাযাত্ৰা বা বিহু/পূজাৰ বাবে এওঁলোকৰ পৰা চান্দা লৈ বুকু ফিন্দাই ফুৰিছোঁ। আমাৰ মনৰ কোঁহে-কোঁহে শিপাই গৈছে সেই ভয়ংকৰ সত্য— 'বিজনেছটো আমি কৰিব নেজানো, এওঁলোকে যদি কৰিছে আমাৰ প্ৰয়োজন সাপেক্ষে আমাৰ সভা-সমিতি, বিহু সন্মিলন, বিৰাট ৰাজহুৱা সভা, ৰাজহুৱা অনশন, দিল্লী যাত্ৰা, দিছপুৰ যাত্ৰা, অসম বন্ধ, জিলা বন্ধ, মিউনিচিপাল অঞ্চল বন্ধ আদি দেশ উদ্ধাৰ কাৰ্যসূচীৰ বাবে চান্দা-বৰঙণি, ডনেশ্যন আদি দি থাকিলেই হ'ল। আৰু ইয়াতেই স্তব্ধ হৈ গৈছে এখন সুজলা-সুফলা শস্য শ্যামলা স্বাৱলম্বী অসমৰ সপোন!

মোৰ মনত আছে, বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে বৰ্তমানৰ মুম্বাইৰ থানে জিলাত অৱস্থিত এক বহুজাতিক ঔষধ প্ৰস্তুতকৰণ কোম্পানীত ডেৰমাহ ব্যৱহাৰিক প্ৰশিক্ষণৰ বাবে থকা সময়ৰ কথা। সেয়া আজিৰ পৰা প্ৰায় বিশ বছৰৰ আগৰ কথা। কোম্পানীৰ কঠোৰ অনুশাসন, নিয়মানুবৰ্তিতা আদিৰ (য'ত পুৱা ৮ বজাত আহিবলগা কৰ্মচাৰীৰ বাবে আঠ বাজি পাঁচ মিনিটতো সোমোৱাৰ অনুমতি নাথাকে!) কথাৰে নগৈ এক সাধাৰণ ব্যৱসায়ীৰ কথা মনলৈ আহিছে। এদিন, মাত্ৰ এদিন শাৰীৰিক অসুস্থতাৰ বাবে কৰ্মস্থলীলৈ যোৱা নাছিলো। লগৰ তিনিজন পুৱাই ওলাই গ'ল। হোটেলৰ সৰু ৰূমটোত চাৰিজন থাকে। দিনৰ আহাৰ কৰ্মস্থলীতে দিয়ে। মাথোঁ ৰাতি সস্তাৰ হোটেল বিচাৰি নিশাৰ আহাৰ খাওঁ। সিদিনা পুৱা জ্বৰ জ্বৰ লাগি থকাৰ বাবে উঠিলো দেৰীকৈ। পেটত ভোক। হোটেলৰ খাদ্য খাব নোৱাৰি, দাম বেছি। তললৈ নামি গ'লো। ব্ৰেড এটা, ফলমূলকেইটামান লৈ পইচা দিবলৈ লওঁতে সৰু দোকানখনৰ মালিকজনে মাত লগালে— 'কিঁউ ভাইয়া, আপ অভি য়াহাঁ? ডিউটি পে নেহি গিয়া'? ক'লো— শৰীৰ সুস্থ নহয়। সেয়ে আজি অলপ ৰেষ্ট ল'বৰ বাবেই নগ'লো। ফুটপাথত ব্ৰেড, আমলেট,

ফলমূল বেচা মানুহজনৰ চকু-মুখত তেতিয়া পৃথিৱীৰ অষ্টম আশ্চৰ্য দেখাৰ অভিব্যক্তি। এনে সামান্য অসুখতো কোনোবাই কামলৈ নোযোৱাকৈ থাকিব পাৰেনে? হয়তো ইয়াকে কয় কৰ্মসংস্কৃতি! এই লেখাটো লিখি থাকোঁতে (সময় নিশা এঘাৰটা) তিনিজন ল'ৰা ৰুমটোলৈ সোমাই আহিল। পাহৰি গৈছিলো, আমাৰ পুৰণি ঘৰটোৰ বিদ্যুতৰ সংযোগবোৰ বেয়া হৈ যোৱা বাবে 'পোদ্দাৰ' উপাধিৰ এজন ঠিকাদাৰক যিমান সোনকালে পাৰি লাইনবোৰ নতুনকৈ ঠিক কৰি দিবলৈ দিছিলো। ল'ৰাকেইজন তেওঁৰে। দুটা ৰুমৰ কামখিনি সম্পূৰ্ণ কৰি মই লিখি থকা কোঠাটোত তেওঁলোকৰ বস্তুবোৰ থৈ যাবলৈ আহিছে! 'দুটা ৰুম শেষ কৰি দিলো ছাৰ, এতিয়া যাওঁগৈ।' মই নিশ্চিত— এই তিনিজন ল'ৰাই অসম বন্ধ দিব নাজানে, বাতৰি কাকতলৈ বিবৃতি দিব নাজানে নাইবা কোনোবা বিশাল ৰাজহুৱা সভাত দেশ উদ্ধাৰৰ জ্ঞানোদীপ্ত ভাষণ দিবও নাজানে; কিন্তু কোনো পৰিস্থিতিতে এওঁলোকে নিজক নিবনুৱা বুলিও নাভাবে। চৰকাৰী বিভাগৰ এজন ইলেক্‌ট্ৰিচিয়ানতকৈ এওঁলোকৰ উপাৰ্জনো দহগুণ বেছি। অসমত লাখ টকা ঘোচ দি চৰকাৰী অফিচত পিয়নৰ চাকৰি বিচৰা প্ৰাৰ্থীৰ সংখ্যা সেই লাখ টকাৰে নিজেই কিবা এটা কৰি আত্মসংস্থাপন ল'ব বিচৰা প্ৰাৰ্থীৰ সংখ্যাতকৈ বেছি! আৰু এই বৰ্ধিত সংখ্যাই সৃষ্টি কৰিছে বহিৰাগত 'বণিক গোষ্ঠী' জাতীয় শব্দৰ চৰ্বিত-চৰ্বন আৰু মুকলি কৰিছে পৰিশ্ৰম নকৰাকৈ সফলতা বিচৰা এচাম তথাকথিত নিবনুৱাৰ দুৰ্ভাগ্যৰ দুৱাৰ।

অলপতে কেন্দ্ৰীয় মন্ত্ৰী বিজয় কৃষ্ণ সন্দিকৈয়ে ঘোষণা কৰিছে যে ৩৮ মাহৰ ভিতৰত গেছ ক্ৰেকাৰৰ কামৰ প্ৰাৰম্ভিক পৰ্যায়ৰ উৎপাদন আৰম্ভ হ'ব। মানে তিনি বছৰ দুমাহ! নিযুক্তি হয়তো তাৰ ছমাহৰ আগতে হ'ব। কিন্তু গেছ ক্ৰেকাৰ উদ্যোগত চাকৰিৰ বাবে যোগ্যতাসম্পন্ন (এটা কাৰিকৰী উদ্যোগ চলাবলৈ কাৰিকৰী অৰ্হতাসম্পন্ন লোকতো লাগিবই!), এশ শতাংশ পদ পূৰণ কৰিব পৰাকৈ আছেনে আমাৰ থলুৱা মানব সম্পদ? স্বাভাৱিকভাৱেই আন্দোলন হ'ব, আলোচনা হ'ব আৰু অসমত থকা আন কেইটামান এনে প্ৰতিষ্ঠানৰ দৰে শেহত আমিবোৰ সন্তুষ্ট হ'ব লাগিব, কেইটামান তৃতীয় আৰু চতুৰ্থ শ্ৰেণীৰ চাকৰিৰ চুক্তিপত্ৰ লৈ! আজিৰ সময়ত গোলকীয় প্ৰতিযোগিতাত নামিব পৰা সামৰ্থ্য লাগিবই। ট্ৰেইনৰ চালকৰ বাবে পতা সাক্ষাৎকাৰত ট্ৰেইন চলাব জনা আৰু অভিজ্ঞতা থকা লোকৰহে নিযুক্তি হ'ব, ইয়াত প্ৰতিযোগিতা হ'ব এনে আন পাঁচজন সমান বা কম/বেছি জ্ঞান বা অভিজ্ঞতাপুষ্ট লোকৰ মাজতহে! 'লেপেটকটা ষ্টেশ্যনৰ' পৰা চলিব বুলিয়েই এইখন ট্ৰেইন চলাবৰ বাবে ট্ৰেইন চলাব নজনা লোকৰ নিযুক্তি নহয়। গতিকে আজিৰ শিক্ষিত নিবনুৱাজনে আঢ়ৈ বছৰৰ পাছত নিযুক্তি দিবলগা উদ্যোগটোৰ প্ৰয়োজনীয়তাৰ বিষয়ে জানি-বুজি নিজক সাজু কৰিবই লাগিব। মোৰ প্ৰস্তুতিও নাই, জ্ঞানো নাই, অভিজ্ঞতাও নাই, কিন্তু মোক নিযুক্তি লাগিবই— নহ'লে অসম বন্ধ! এনে পৰিস্থিতিত প্ৰচুৰ সম্ভাৱনাপূৰ্ণ এনে উদ্যোগ

চুবুৰীয়া ৰাজ্যই লৈ যোৱাৰ সম্ভাৱনাও কিন্তু নথকা নহয়!

উজনিৰ তিনিচুকীয়াৰ এগৰাকী প্ৰতিষ্ঠিত অসমীয়া ব্যৱসায়ীয়ে এই লেখকৰ লগত সাধাৰণভাৱে কথা পাতোঁতে কৈছিল— নাই, অসমত নিবনুৱা নাই! স্মাৰ্ট, শিক্ষিত ইংৰাজী-অসমীয়াত সমানে কথা ক'ব পৰা মাৰ্কেটিং অফিচাৰ লাগে। নাই! মেকানিক? আমাৰ নিজৰ? নাই— প্ৰাৰ্থী নাই। চাৰ্টাৰ্ড একাউনটেণ্ট বাদ দিলো, দৈনিক একাউণ্ট ৰাখিবলৈ একাউনটেণ্ট— অসমীয়া প্ৰাৰ্থী? নাই। ওপৰৰ পৰ্যায়ৰ পৰিচালন বিশেষজ্ঞ— অসমীয়া ল'ৰা! ওঁহো— প্ৰাৰ্থী নায়েই! তেনেহ'লে ক'তনো আছে অসমত নিবনুৱা সমস্যা? সকলো শান্ত, সকলো সুখী— না পৰিশ্ৰম, না কষ্ট!

এয়া এক দুঃসহ আৰু বিপন্ন সময়!

কঠোৰ পৰিশ্ৰম, অক্লান্ত সাধনা আৰু সুস্থিৰ লক্ষ্য অবিহনে মহাভাৰতৰ অৰ্জুনো হৈ পৰিলহেঁতেন মাছৰ চকুটোৰ বাদে আন সকলো অংশ দেখা আন প্ৰতিযোগীসকলৰ দৰেই সাধাৰণ! কিন্তু নহ'ল! সকলো দুৰ্বিসহ সংঘাতৰ পাছতো একেবাৰেই টলাব নোৱাৰিলে গাণ্ডীৱধাৰীৰ লক্ষ্য— আৰু বুকুভৰা সফলতাৰ আনন্দ।

শিক্ষা সম্পূৰ্ণ কৰা এচাম যুৱক-যুৱতীৰ এনে সংকল্পইহে প্ৰকৃততে আনিব অৰ্থনৈতিক স্বাৱলম্বীতা আৰু সফলতাৰ বুনিয়াদ। ইয়াৰ অবিহনে বছৰটোৰ তিনিশ পয়ষষ্ঠি দিন বন্ধ ঘোষণা কৰিলেও কেতিয়াও শেষ নহয় নিবনুৱা সমস্যা আৰু অভাৱ-অনাটনৰ জ্বালা!

পঢ়া-শুনা নকৰা, নিয়মানুবৰ্তিতা পালন নকৰা, পৰিশ্ৰম নকৰা আৰু ইজিমানিৰ সন্ধানত থকা বা প্ৰয়োজনীয় ক্ষেত্ৰত নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিব নোৱৰা এচাম তথাকথিত নিবনুৱাই যিকোনো নিয়োগকৰ্তাৰ ওচৰত সদায়ে 'অসমত নিবনুৱা নাই' জাতীয় অনুভৱৰেই সৃষ্টি কৰি আহিছে। আৰু এই অনুভৱৰ ফলশ্ৰুতিয়েই হৈছে— অসমৰ সম্ভাৱনাপূৰ্ণ সকলো নিযুক্তিস্থানত বহিৰাগতৰ আগমন!

মই কিনি থোৱা নতুন বাইকখন যদি মই চলাব নাজানো, দুমাহৰ পাছত চুবুৰীয়াজনে বিচাৰিবই! কথাটো সকলো নিযুক্তি জাতীয় বিষয়ৰ ক্ষেত্ৰতো প্ৰযোজ্য!

পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ১১ আগষ্ট/২০০৮

# ২১।

## তিনি বছৰত ৬৫৯১ জন?

হয়, তিনি বছৰত ৰাজ্যখনত কেৱল পথ দুৰ্ঘটনাতে ছহেজাৰ পাঁচশ একান্নবৈজন লোকৰ মৃত্যু হৈছে! এই তথ্য ২০ মে' ২০০৮ তাৰিখৰ 'দৈনিক জনসাধাৰণ' কাকতৰ। কাকতখনৰ তথ্য যদি শুদ্ধ হয়, তেনেহ'লে এয়া এক ভয়ংকৰ সমস্যা হৈ পৰিছে। তথাপি এনে ভয়াবহ পথ দুৰ্ঘটনা ৰোধ কৰাৰ বাবে 'পথ নিৰাপত্তা সপ্তাহ' পতাৰ বাদে বিশেষ কাৰ্যসূচী বা পদক্ষেপ লোৱা দেখা পোৱা হোৱা নাই। কিন্তু দৈনিক বাতৰি কাকতৰ পৃষ্ঠাত পথ দুৰ্ঘটনাত নিহত আৰু আহত লোকৰ বৰ্ণনা আৰু ছবি দেখি দেখি অতিষ্ঠ হৈ ভাব হৈছে, সংশ্লিষ্ট বিভাগ বা প্ৰাধিকাৰীসকলৰ ইমানতো গা লৰা নাই কিয়? সঘনাই হৈ থকা পথ দুৰ্ঘটনাবোৰ কেৱল চালকৰ দোষ বুলি বা দুৰ্ঘটনা বুলি (হ'বই, কপালত লেখা আছিল!) পাতলকৈ ল'লেই হ'বনে? এনে দুৰ্ঘটনা ৰোধ কৰিবৰ বাবে কাৰো একো দায়িত্ব নাই নেকি? সুখৰ কথা, দৈনিক জনসাধাৰণ কাকতখনে ১৯ আৰু ২০ মে'— দুয়োদিন পথ দুৰ্ঘটনাৰ বস্তুনিষ্ঠ আলোচনা প্ৰথম পৃষ্ঠাত মুখ্য বাতৰি হিচাপে প্ৰকাশ কৰিছে। বাতৰি কাকত মেলিবই নোৱাৰি— কেৱল মৃত্যুৰ খবৰ।

অসম যদিও উগ্রপন্থীজনিত হত্যা-হিংসা জাতীয় ঘটনাৰ বাবে বৰ্তমান বিখ্যাত হৈ পৰিছে, তথাপি বৰ্তমানৰ পথ দুৰ্ঘটনাত হোৱা মৃত্যুৰ সংখ্যাই সম্ভৱ সকলো মৃত্যুৰ সৰ্বকালৰ ৰেকৰ্ড ইতিমধ্যেই ভংগ কৰিছে। যোৱা তিনিটা বছৰৰ ভিতৰতে কিমানজন অতি চিনাকি চফল যুৱকৰ পথ দুৰ্ঘটনাত মৃত্যু হ'ল, সেয়া কোৱা বাহুল্য মাথোন। অন্ততঃ ডিব্ৰুগড় চহৰৰে তিনিজন সুস্বাস্থ্যবান, সুন্দৰ, উদ্যমী তৰুণ ব্যৱসায়ীৰ যোৱা এটা বছৰৰ ভিতৰতে পথ দুৰ্ঘটনাত স্বৰ্গপ্ৰাপ্তি হ'ল। সাধাৰণতে এনেধৰণৰ দুৰ্ঘটনাজনিত মৃত্যুৰ খবৰে প্ৰথমেই সৃষ্টি কৰে এক সন্দেহৰ— খাই বৈ চলাইছিল চাগে'। সেয়া বহুক্ষেত্ৰতেই সত্য হ'লেও, কিছুক্ষেত্ৰত নহ'বও পাৰে। বিপৰীত দিশৰ চালকৰ অমনোযোগিতাৰ বাবেও বহু দুৰ্ঘটনা হয় আৰু বহু উদীয়মান যৌৱনৰ অকাল স্বৰ্গপ্ৰাপ্তি হয়।

অসমত কিয় বাঢ়িছে পথ দুৰ্ঘটনাৰ সংখ্যা? কথাবোৰ অকণমান ফঁহিয়াই চোৱা যাওক।

তথ্য অনুসৰি, অসমত এবছৰত একলাখ ছহেজাৰ ছশ ছয়ষষ্ঠিখন গাড়ী বাঢ়িল। এয়াও এক ভয়াবহ তথ্য। একেই ৰাস্তা-পদূলি, (চাৰিলেনযুক্ত ৰাস্তা আমাৰ বাবে এতিয়া সপোন) একেটা ৰাষ্ট্ৰীয় ঘাইপথত এবছৰতে যদি ইমান গাড়ী বাঢ়ি যায় সমস্যাৰ সৃষ্টিতো হ'বই। তাৰ লগতে আহিল অনভিজ্ঞ চালকৰ কাৰচাজি, ওঠৰ বছৰৰ তলৰ সদ্যযুৱকসকলৰ 'বাইক দুষ্কৃতি'!

ৰাষ্ট্ৰীয় ঘাইপথত নিয়ন্ত্ৰণ নথকা গাড়ীৰ স্পীড (মোৰ ইচ্ছা— মই পাৰো যদি ঘণ্টাত এশ বিশ কিলোমিটাৰ বেগত চলাম।), মাজ ৰাস্তাত ৰৈ থকা বিশাল দেহৰ ট্ৰাক, পাৰ্কিং লাইট, বেক লাইট নোহোৱাকৈ চলোৱা গাড়ীবোৰ আৰু সকলোতকৈ গুৰুত্বপূৰ্ণ সমস্যাটো হ'ল সুৰাসক্ত চালকৰ সমস্যা।

অসমত সংঘটিত পথ দুৰ্ঘটনাসমূহৰ গাড়ী চালকসকলৰ (মৃত হ'লে) মৰণোত্তৰ পৰীক্ষা বা জীৱিত থাকিলে সুৰা সেৱনৰ মাত্ৰা পৰীক্ষা কৰিলে সম্ভৱ সৰহ সংখ্যক নিশা চলোৱা গাড়ীৰ চালকক সুৰামত্ত অৱস্থাত পোৱা যাব। এই কথা নাইট ছুপাৰ বা নৈশ ট্ৰাকৰ চালক, ধাবাত খানা খাই ঘূৰি অহা অভিজাত শ্ৰেণী, বিহু সন্মিলন চাই ঘূৰি যোৱা বা নিশা দুই বজাত মঞ্চত উঠিবলগা বিশিষ্ট শিল্পীৰ অনুষ্ঠান চাবলৈ 'খাই-বৈ' অহা হিৰ'হোণ্ডা পালছাৰ চলোৱা স্থানীয় জন আব্ৰাহামসকল, কোনোবা বিহুমঞ্চৰ অনুষ্ঠান কৰি 'খাই-বৈ' ঘূৰি যোৱা শিল্পীসকলক লৈ যোৱা, সমানে তুংগত থকা ড্ৰাইভাৰসকল, বা মহানগৰীৰ লাইভ্ বাৰ বা পাবত উৰ্ধ্ববাহু নৃত্য কৰি ঘূৰি যোৱা যুৱক-যুৱতী, আদবয়সীয়া, কমবয়সীয়া সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য! সুৰাৰ নিচাই আচ্ছন্ন কৰা মগজুৰ ভাৰসাম্যহীন অৱস্থা বহু দুৰ্ঘটনাৰ মূল কাৰণ। কিছুদিনৰ আগতে কলকাতা মহানগৰীত নিশা আঠ বজামানত ট্ৰেফিক পুলিচসকলে ৰাস্তাত যিকোনো গাড়ী ৰখাই চালকৰ মুখৰ ওচৰলৈ কিবা যন্ত্ৰ এটা নি পৰীক্ষা কৰা দেখিছিলো। সোধাত

গম পালো, সেয়া চালকে সুৰামত্ত হৈ গাড়ী চলাইছে নেকি পৰীক্ষা কৰিছে। ৰাস্তাৰ একাষে কেইবাখনো বিলাসী গাড়ী চালকসহ ৰখাই থোৱা চকুত পৰিল। বুজিলো, প্ৰভাৱশালীসকলো পুলিচৰ কজাৰ পৰা সহজে ওলাই যোৱাৰ 'ব্যৱস্থা' নাই। আমাৰ ইয়াতো তৎকালীনভাৱে এনে ব্যৱস্থা গ্ৰহণ কৰা হওক। ৰাষ্ট্ৰীয় ঘাইপথত বা এনে ৰাজপথত গাড়ী চলোৱা সকলোৰে, বিশেষকৈ নিশাৰ ভাগত গাড়ী চলোৱাসকলৰ সুৰা সেৱনৰ মাত্ৰা পৰীক্ষা কৰাৰ ব্যৱস্থা লোৱা হওক আৰু সুৰামত্ত চালকৰ বিৰুদ্ধে তৎকালীনভাৱে আইনগত ব্যৱস্থা 'সঁচা অৰ্থত' গ্ৰহণ কৰা হওক। অন্ততঃ দুদিন বা তিনি দিনৰ বাবে এনে চালকৰ গাড়ী চলোৱাৰ অনুজ্ঞাপত্ৰ বাজেয়াপ্ত কৰা হওক আৰু এনেবোৰ কথা দণ্ডাধীশৰ উপস্থিতিত সম্পন্ন হোৱাৰ লগতে দৈনিক বাতৰি কাকতযোগে ৰাইজক জনোৱাৰ ব্যৱস্থা কৰিলে অন্ততঃ মুখলজ্জাৰ বাবেই বহুতে এনে কৰিবলৈ এৰিব বুলি আশা কৰিব পাৰি। মানুহে যেতিয়া গম পাব বা বিশ্বাস কৰিবলৈ ল'ব যে সুৰাপান কৰি গাড়ী চলালে যিকোনো মুহূৰ্তত পুলিচে ৰঙাঘৰৰ ভাত খুৱাবই, বহু খামিডাঠ ডেকাৰো কলিজা ধপ্‌ধপাব। ফলাফল নিশ্চয় যোগাত্মকেই হ'ব।

এইবাৰ আহোঁ ৰৈ থকা গাড়ীৰ বিষয়ে। আমাৰ কিছুদিনৰ আগতে লেখা ৰঙা লাইট নথকা গাড়ী শীৰ্ষক লেখা এটাত ৰাস্তাত ৰৈ থকা পাৰ্কিং লাইট নথকা বিশালদেহী গাড়ীবোৰৰ মৰণফান্দৰ কথা বিস্তৃতভাৱে আলোচনা কৰিছিলো। পুলিচ বা যানবাহন নিয়ন্ত্ৰণ বিভাগে ৰাষ্ট্ৰীয় ঘাইপথ বা যিকোনো ৰাজপথত ৰখাই থোৱা গাড়ীবোৰৰ (যাৰ নিৰ্দিষ্ট নিয়মমতে থাকিবলগা সামান্য পাৰ্কিং লাইটকেইটাও নাই) বিৰুদ্ধে ব্যৱস্থা ল'বই লাগিব। কাৰণ, সচৰাচৰ দেখা পথ দুৰ্ঘটনাবোৰৰ বহু সংখ্যকেই সংঘটিত হৈছে কেৱল ৰৈ থকা গাড়ীত গৈ খুন্দিওৱাৰ ফলত। ৰাজপথৰ নিৰ্দিষ্ট সীমাৰ ভিতৰত ট্ৰাক, বাছ, ৰোড ৰোলাৰ, চকা সলকি হোৱা বা আন দুৰ্ঘটনাগ্ৰস্ত গাড়ী ৰখাই থোৱাটো নিষিদ্ধ কৰা উচিত বা ৰখাই থোৱা গাড়ীৰ পৰা নিৰ্দিষ্ট দূৰত্বত আন গাড়ীৰ বাবে বিপদসূচক সংকেতৰ ব্যৱস্থা কৰাটো বাধ্যতামূলক কৰা দৰকাৰ। নিশাৰ ভাগত মূল ৰাস্তাৰ সামান্য কাষত, ক'লা তিৰপালেৰে সৰ্বাংগ ঢাকি ৰখাই থোৱা মৃত্যুদূতৰূপী ট্ৰাক, বাছ বা এনে জাতীয় গাড়ীত খুন্দিয়াই কিমান লোকৰ মৃত্যু হৈছে, সেই পৰিসংখ্যা পৰ্যালোচনা কৰিলে, এনে বাহনসমূহৰ বিৰুদ্ধে ব্যৱস্থা ল'বলৈ সংশ্লিষ্ট পক্ষই নিশ্চয় 'সাহস' পাব।

সঘনাই হোৱা পথ দুৰ্ঘটনাৰ আন এটা মুখ্য কাৰণ হ'ল দ্ৰুতবেগী বাহনসমূহৰ ওপৰত সংশ্লিষ্ট বিভাগ বা প্ৰাধিকাৰীসকলৰ কোনোধৰণৰ নিয়ন্ত্ৰণ নথকাটো। ৰাষ্ট্ৰীয় ঘাইপথৰ অৱস্থা অনুসৰি নিৰ্দিষ্ট অংশৰ সৰ্বোচ্চ গতিবেগৰ মাত্ৰা ঘোষিত ব'ৰ্ড সকলোৰে দৃষ্টিগোচৰ হোৱাকৈ লগোৱাৰ লগতে সেই গতিবেগ ভংগ কৰা চালকসকলক ভাৰতৰ আন চহৰসমূহৰ যানবাহন বিভাগ বা পুলিচ বিভাগে কৰাৰ দৰে আইন অনুসৰি নিৰ্দিষ্ট মাত্ৰাৰ জৰিমনা আৰু শাস্তিৰ ব্যৱস্থা কৰা প্ৰয়োজন। কাৰণ, এজনে ৰাজপথত যি কাৰণেই নহওক, নিজৰ বাহনেৰে উৰি যাব আৰু তেওঁৰ বাবে আন কেইবাটাও

পৰিয়াললৈ নামি আহিব অন্ধকাৰ— এই কথাটো কেতিয়াও মানি ল'ব নোৱাৰি। চহৰৰ ব্যস্ত পথত উৰি যাব বিচৰা বাইক আৰোহীসকলৰ ক্ষেত্ৰতো একেটা কথাই প্ৰযোজ্য। এওঁলোকক কোনে বুজাব যে চিনেমাত দেখাৰ দৰে বাস্তৱত জন আব্ৰাহামে মুম্বাইৰ ৰাজপথত সেইদৰে বাইক নচলায় বা চলাব খুজিলেও আইনৰ বাধাৰ বাবে সেয়া সম্ভৱ নহয়। যিটো নথকাৰ বাবে আমাৰ ইয়াত বাঢ়ি গৈছে অপঘাত 'মৃত্যুৰ সংখ্যা'।

অনভিজ্ঞ চালকক অনুজ্ঞাপত্ৰ প্ৰদান, ৰাজ্যখনত চলি থকা অলেখ হেভী গাড়ীৰ চালকৰ বাবে কোনো প্ৰশিক্ষণ প্ৰতিষ্ঠান নথকাকৈ প্ৰদান কৰা হেভী গাড়ীৰ চালকৰ অনুজ্ঞাপত্ৰ, নিশা চলোৱা যাত্ৰীবাহী বাছসমূহত দুজন চালকৰ ব্যৱস্থা নৰখা, কিশোৰ বা সদ্যযুৱকসকলক বাইক বা লঘু বাহন চলোৱাৰ অনুজ্ঞাপত্ৰ প্ৰদান কাৰ্যত কঠোৰতা অবলম্বন নকৰা আদি বিভিন্ন কাৰণত অসমত পথ দুৰ্ঘটনাই এইডছৰতকৈ ভয়াবহ ৰূপ ধাৰণ কৰিছে।

কিন্তু এইডছৰ বাবে যিমান প্ৰচাৰ চলোৱা হৈছে, পথ দুৰ্ঘটনা ৰোধৰ বাবে অসমত তাৰ এক শতাংশও কাম কৰা হোৱা নাই। তিনি বছৰত ছহেজাৰৰো অধিক লোক যদি কেৱল পথ দুৰ্ঘটনাতেই মৃত্যুমুখত পৰিবলগা হৈছে— তেনে পৰিস্থিতিত পুলিচ প্ৰশাসন আৰু যানবাহন বিভাগ তৎকালীনভাৱে অতি কঠোৰ হোৱা প্ৰয়োজন। নিৰ্দিষ্ট পৰিকল্পনাৰে এই দুটা বিভাগে পথ দুৰ্ঘটনা ৰোধৰ বাবে ব্যৱস্থা গ্ৰহণ নকৰিলে মৃত্যুৰ পৰিসংখ্যাই আকাশ চুমিবলৈ বেছি দিন নালাগিব।

সংশ্লিষ্ট বিভাগসমূহৰ সদিচ্ছাৰ কঠোৰতাই নিমিষতে ৰোধ কৰিব পাৰে বহু অকাল তথা অপঘাত মৃত্যুৰ কাহিনী। জোঁৰ পুৰি হাত পালেহি। কোনোবাই নহয় কোনোবাই এনে দুৰ্ভাগ্য প্ৰতিৰোধৰ বাবে আজিৰ পৰাই ব্যৱস্থা গ্ৰহণ কৰিবনে?

পূৰ্বপ্ৰকাশ : দৈনিক জনসাধাৰণ, ২৪ মে'/২০০৮

# ২২।

## কণ জলকীয়াৰ জাল

দেখাত জলকীয়াটো অকণমান। ৰঙটো গাঢ় সেউজীয়া। 'লোকেল' পাচলি ওলোৱা বজাৰতহে পোৱা যায়। অকণমান হ'লেও, এচেলেক মাৰিলেই তালুলৈকে ফৰ্‌ফৰাই যায়। বজাৰত সচৰাচৰ দেখা পোৱা ডাঙৰ ডাঙৰ আকাৰৰ স্বাস্থ্যবান জলকীয়াবোৰে জলাৰ ক্ষেত্ৰত এইবিধৰ ওচৰকে চাপিব নোৱাৰে। অৱশ্যে আজিকালি ভোট জলকীয়ায়ো হেনো বিশ্বজয় কৰিবলৈ ওলাইছে। ইয়াৰ মানে আমাৰ থলুৱা দুই/এবিধ সামগ্ৰীৰ গুণগত মানদণ্ডই গুণীজনৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। এসময়ত মানুহৰ মুখে মুখে এটা কথা প্ৰচলিত আছিল। ডাক্তৰ কবিৰাজে ভাল কৰিব নোৱৰা, গেলি যোৱা ঘাবিধৰ নাম আছিল নগা ঘা, বজাৰত ওলোৱা শকত-আৱত স্বাস্থ্যবান আলুকেইটা ছিলঙীয়া আলু, দেখিলেই মোক খা মোক খা কৰা ফুলকবিকেইটা 'বাহিৰৰ'— আৰু? দুৰ্বল ভগ্নস্বাস্থ্যৰ (দেখাত) সৰু সৰু আলু, পিয়াঁজ, কবিকেইটা অসমীয়া! অস্থি-চৰ্মসাৰ, দিনটোত কোনোমতে তিনিপোৱা গাখীৰ দিয়া গাইজনী আমাৰ; প্ৰকাণ্ড ওহাৰেৰে দেখিলেই গাখীৰেৰে চপচপীয়া হৈ থকাৰ দৰে লগা গাইজনী জাৰ্চি! ইত্যাদি ইত্যাদি।

উন্নত জাত-সঁচ, কৃত্রিম ৰাসায়নিক সাৰ প্ৰয়োগ, কৃষিক্ষেত্ৰত আধুনিক পদ্ধতি আদিৰ প্ৰয়োগে লাহে লাহে আমাৰ থলুৱা জাতৰ উৎপাদনবোৰ কমাই আনিলে। ডাঙৰ জাতৰ ওলকবি, ফুলকবি, আলু আদিৰে বজাৰ উপচি পৰিল। দামো তুলনামূলকভাৱে কম, দেখাতো ভাল, সৰহকৈ পোৱাও যায়। তল পৰি গ'ল আমাৰ সেই পৰম্পৰাজনিত কবিখেতিৰ বাৰীখনত বা আলুতলীত পুৱা-গধূলি নিজেই সাৰ-জাবৰ দি সময়ত খেতি চপোৱাৰ আনন্দ সংবাদ। বজাৰ দখল কৰিলে প্ৰচুৰ উৎপাদনশীল পাচলিৰ নতুন সঁচে। শুনা কথা, কিছু কিছু ফুলকবিৰ বাৰীত হেনো, উৎপাদনৰ প্ৰতিযোগিতাত তিষ্ঠি থাকিবলৈ এনেকৈ কৃত্ৰিম সাৰ প্ৰয়োগ কৰা হয় যে নিশাৰ ভিতৰতে এবাৰী কবিৰ ফুলে পৈণত কবিৰ ৰূপ লয়। সঁচানে মিছা নাজানো, শুনা কথাহে। পিছে লাহে লাহে মানুহৰ মোহভংগ হ'বলৈ আৰম্ভ কৰিলে। সা-সোৱাদ নথকা দেখাত ধুনীয়া স্বাস্থ্যবান পাচলিৰ সলনি লোকেল পাচলি, মাছ, কণী, দেশী গাইৰ গাখীৰৰ চাহিদা বাঢ়িবলৈ ল'লে। চাহিদাৰ লগে লগে বাঢ়ি গ'ল দাম। দৰিকা দিখৌৰ বৰালি, আৰি, পাভ বাদেই, পুঠি-খলিহনাৰো জুই-ছাই দাম হ'ল। বগা বগা কুঙ্কুমৰ (বা কৃত্ৰিমভাৱে ৰং দিয়া) অন্ধ্ৰৰ কণীৰ কাগজ কাগজ সোৱাদে আমাক আমুৱালে। পিছে দেশী বা ঘৰুৱা হাঁহ-কুকুৰাৰ সুগন্ধিত তথা সোৱাদভৰা সৰু সৰু কণীনো পায় ক'ত? কোনোবা দেওবৰীয়া, শনিবৰীয়া হাটত দুই/এটা ওলালেও দাম গোটে দুটকা! খায় কেনেকৈ? বিহাৰৰ পৰা অহা সা-সোৱাদ নথকা সেৰেকা পাচলিতকৈ ইয়াতে উৎপাদিত তাজা পাচলিৰ চাহিদা থাকিলেও পোৱা যে নাযায়! মন পছন্দৰ লোকেল মাছকেইটাও কেৱল মাঘ বিহুৰ উৰুকাৰ দিনাহে বজাৰত উভৈনদীকৈ পোৱা যায়। তাতো মানুহৰ উথপথপ্ লাগে।

এই গোটেই কথাখিনিৰ মূলতে হৈছে, আমাৰ পৰম্পৰাগত উৎপাদন পদ্ধতিৰ দ্বাৰা উৎপাদিত থলুৱা খাদ্য সামগ্ৰীৰ গুণগত মান বাহিৰৰ চালানী সামগ্ৰীতকৈ কোনোগুণে কমতো নহয়েই, বৰঞ্চ বহুক্ষেত্ৰতেই ওপৰত। বাৰীৰ ওলকবিকেইটা, গাঁৱৰ সৰু হ'লেও ধুনীয়া আলুকেইটা, ঘৰুৱা সাৰ দিয়া পালেং, লফা, মূলাকেইটা, বাৰীৰ পুখুৰীৰ মোৱা-খলিহনা, ওচৰৰ নৈখনৰ কাণ লৰাই থকা পিছল পিছল মাছকেইটা বা পিৰালিৰ সামান্য যত্নতে বা অযত্নপালিত জলকীয়াজোপাৰ সোৱাদৰ লগত একোৰে তুলনা নহয়। এসময়ত স্বাস্থ্যবান পাচলিৰ দৌৰাত্ম্যত হীনমন্যতাত ভোগা 'অসমীয়া' পাচলি বা অসমীয়া খাদ্যসম্ভাৰে আজি আমাক আকৌ স্থানীয় গাঁৱৰ পাচলি বা থলুৱা মাছ-কণীৰ বজাৰলৈ দৌৰিবলৈ বাধ্য কৰিছে। বৰবৰুৱা বজাৰ, অভাৰব্ৰীজৰ তলৰ দেওবৰীয়া বজাৰ, বেলতলাৰ বজাৰ, গণেশগুৰিৰ বজাৰ বা যিকোনো সাপ্তাহিক হাটৰ ভিৰ দেখিলেই কথাবোৰ বুজিব পাৰি। ইফালে গুৱাহাটী মহানগৰীৰ লগতে অসমৰ বিভিন্ন অঞ্চলত প্ৰতিষ্ঠিত হৈছে কেৱল থলুৱা খাদ্যৰ হোটেল, ধাবা, ৰিজৰ্ট— য'ত পূৰ্ণোদ্যমে বিক্ৰী হৈছে কলডিল-পাৰ মাংসৰ ভজা, ঔটেঙা দিয়া মচুৰ দাইল, মাটিমাহৰ খাৰ, কণ

বিলাহী-জাতিলাওৰ সৈতে মাছৰ টেঙা, খৰিচা দিয়া মাছ, খৰিকাত দিয়া গাহৰিৰ মঙহ, কোমোৰা দিয়া হাঁহৰ মঙহৰ আঞ্জা, সৰু মাছৰ পিটিকা ইত্যাদি ইত্যাদি। বহু দেশী-বিদেশী পৰ্যটকে এনে খাদ্য খাই ভূয়সী প্ৰশংসা কৰাৰ কথা মাজে-সময়ে বাতৰি কাকতত পঢ়িবলৈ পাওঁ।

এইবাৰ আন এটা দিশলৈ চোৱা যাওক। আমাৰ সাধাৰণতেই এটা ধাৰণা আছে যে ভাৰতৰ অন্য প্ৰান্তৰ লোকসকলৰ তুলনাত আমি অলপ পিছপৰা, কথা-বতৰাবোৰ অলপ কম জানো। আমাৰ এই তুলনামূলক হীনমনতাৰ এটা মূল কাৰণ, দেশৰ অন্য অংশৰ সমশিক্ষিত লোকসকলৰ তুলনাত আমি ইংৰাজী বা হিন্দী ভাষাত ফৰফৰাই কথা ক'বলৈ অসুবিধা পাওঁ বা নোৱাৰো। খুব সম্ভৱ এই সমস্যাৰ বাবেই কথাই কথাই ইংৰাজীত ফৰফৰোৱা আন ৰাজ্যৰ বৰমূৰীয়াসকল আহিলে আমাৰ বহুতৰে অৱস্থা কাহিল হয়!

বিশ্ববিদ্যালয়ৰ পৰা বৃত্তিমূলক পাঠ্যক্ৰমৰ শিক্ষা শেষ কৰাৰ পাছত দুই/এটা সৰ্বভাৰতীয় পৰ্যায়ৰ প্ৰতিষ্ঠানত সাক্ষাৎকাৰ দিয়াৰ কথা মনত আছে। প্ৰাৰ্থী বহুত। দেখাই-শুনাই, কথাই-বতৰাই আমাৰ লগত তেওঁলোকৰ সেই অসমীয়া পিয়াঁজ আৰু নাচিকৰ পিয়াঁজৰ পাৰ্থক্য। তেওঁলোকৰ নজনা কথা একোৱেই নাই। পিছে সাক্ষাৎকাৰৰ ফলাফলত দেখা গ'ল, কেৱল ইংৰাজীত ফৰফৰোৱাৰ বাদে অন্যান্য ক্ষেত্ৰত তেওঁলোক বহুত তলত! বিষয়বস্তুৰ ওপৰত দখল নাথাকিলে কেৱল বিদেশী ভাষা এটা ফৰফৰাব পাৰিলেইতো ব্যৱসায়িক প্ৰতিষ্ঠানে নিযুক্তি নিদিয়ে! কিন্তু সকলো কথা জানিও, সেই 'মেনিউৰ' দিয়া পাচলিৰ উৎপাতত তল পৰি দিয়া আমাৰ সৰু আলু, কণ জলকীয়া বা বাখৰ বেঙেনাৰ দৰে দেশৰ অন্য প্ৰান্তৰ সমশিক্ষিত/সমঅভিজ্ঞ প্ৰাৰ্থীৰ বাহিৰৰ ৰংচং বা ঢং দেখি আমাৰ ফাট দিয়া বসুমতী ... অৱস্থা হ'ব নালাগে। শিক্ষা-দীক্ষাৰ সা-সুবিধা, আন্তঃগাঁথনি, অনুন্নত যোগাযোগ ব্যৱস্থা- - এই সকলো অন্তৰায় পাৰ হৈ বহু অসমীয়াই আজিৰ তাৰিখতো বিশ্বৰ বিভিন্ন স্থানত স্বকীয় প্ৰতিভাৰে প্ৰতিষ্ঠিত হৈছে। যিকেইজন অসমীয়াই ঘৰৰ ভাতৰ মোহ এৰি দিহিঙে-দিপাঙে ঘূৰি কৰ্মৰত হৈছে, তেওঁলোকৰ বাবে সকলোৰেই দুৱাৰ খুলি দিছে। সোণমণি বৰাই চত্তিশগড়ৰ জিলাধিপতি হৈ উৎকৃষ্ট মানৱ সেৱাৰ বাবে পুৰস্কাৰ বুটলিছে, 'য়া আলি' গাই জুবিনে গোটেই দেশ তালফাল লগাইছে, 'মজা ৰে মজা' শীৰ্ষক সংগীতৰ ব্যৱস্থাপকো অসমীয়া, মণিকংকনা দত্তই আন্তৰ্জাতিক মানৰ আলোচনীৰ বেটুপাতত শোভাবৰ্ধন কৰিছে, বি এছ এফৰ মুখ্য পদত অসমীয়া বিষয়াই কৃতিত্বৰে কাৰ্যনিৰ্বাহ কৰি আন ৰাজ্যৰ সৰ্বোচ্চ সাংবিধানিক পদৰ শোভাবৰ্ধন কৰিছে। বহুজাতিক কোম্পানীৰ বহু শীৰ্ষ পদত বহু সুযোগ্য অসমীয়াই সুখ্যাতিৰে কাৰ্য সম্পাদন কৰি আছে, কেইবাটাও ৰিয়েলিটি শ্ব'ত অসমীয়া শিল্পীয়ে দেশবাসীক অনন্য প্ৰতিভাৰে স্তম্ভিত কৰিছে; জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, ড° ভূপেন হাজৰিকা আদিৰ প্ৰতিভাই বিশ্ববাসীৰ ওচৰত আমাৰ শিৰ উন্নত কৰি ৰাখিব পৰাৰ দৰে

পৰিৱেশৰ সৃষ্টি কৰিছে, মামণি ৰয়ছম, ভবেন্দ্ৰনাথ শইকীয়া, হোমেন বৰগোহাঞি, চৈয়দ আব্দুল মালিক, যোগেশ দাস, শীলভদ্ৰ আদি লেখক, সাহিত্যিক, বুদ্ধিজীৱিৰ সৃষ্টিয়ে যিকোনো আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ সাহিত্যকৰ্মৰ সমকক্ষ হোৱাৰ সন্মান লাভ কৰিছে— ইত্যাদি ইত্যাদি। বহু অসমীয়া চিকিৎসক গৱেষকে পৃথিৱীৰ বহু দেশত নিজৰ উদ্যম, উৎকৃষ্ট কৰ্ম আৰু প্ৰতিভাৰ বাবে প্ৰশংসা বুটলিছে। তেনেহ'লে? নাচিকৰ পিয়াঁজটো দেখাত ডাঙৰ আৰু ধুনীয়া হ'ব পাৰে; কিন্তু আমাৰ অকণমান চেফেৰামুৰীয়া পিয়াঁজটো কাটিলেহে চকুৰ পানী নাকৰ পানী একাকাৰ হয়।

আমাৰ প্ৰতিভা আছে, অসমৰ মাটিৰ ফচলৰ সোৱাদো অপূৰ্ব। ইয়াৰ নৈ, বিল, পুখুৰীৰ বোকা পানী/বোকামাটি খোৱা বৌ-ভকুৱা, পুঠি-খলিহনাৰ লগত অন্ধ্ৰপ্ৰদেশৰ মাছে সোৱাদৰ ক্ষেত্ৰত প্ৰতিযোগিতাত প্ৰথম ৰাউণ্ডতে বিদায় ল'ব লাগিব। আমাৰ চৰকাৰী হাইস্কুল, ডনবস্কো', লিটল্ ফ্লাৱাৰ, ছল্টব্ৰুক আদিৰ প্ৰতিভাশালী ছাত্ৰ-ছাত্ৰীসকলে আৰু অলপ যত্ন কৰিলেই বিশ্বজয় কৰিব পৰা প্ৰতিভাৰ অধিকাৰী হ'ব, তেনেস্থলত আমাৰ স্বাভাৱিক হীনমন্যতা আঁতৰাই বিশ্বজয়ৰ সংকল্প নলওঁ কিয়? আমাৰ অসমীয়া মানুহখিনিৰ যিটো চামে বিৰূপ পৰিস্থিতিকো মোকাবিলা কৰি নিজৰ কৰ্মক্ষেত্ৰত আগুৱাইছে, তেওঁলোক দেশৰ সকলো অংশতে সেই একেই কাৰ্য সম্পাদন কৰিবৰ বাবে সমকক্ষ আৰু এইচাম লোকৰ কাৰ্য সম্পাদনৰ গুণগত মানদণ্ডও কোনো গুণেই কম নহয়। এনে প্ৰতিভাৰ চাহিদাও বেছি। তেনেস্থলত সোৱাদভৰা থলুৱা পাচলি, বৌ, বাহু, ভকুৱা, শিঙৰা বা ৰঙা ৰঙা কুহুমৰ থলুৱা হাঁহ-কুকুৰাৰ কণী আদিৰ উৎপাদন বৃদ্ধিৰ লগতে আমাৰ থলুৱা মানৱ সম্পদ বৃদ্ধিৰ যুঁজত আমি আগ নাবাঢ়ো কিয়?

দেখাত অকণমান হ'লেও কণ জলকীয়াৰ জ্বাল কিন্তু যথেষ্ট বেছি!

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিধ্বনি, ৫ অক্টোবৰ/২০০৮

# ২৩।

## আৰু এটা কলংক!

কথাতে কয় বোলে ডাঙৰ মানুহে হাঁচি এটা মাৰিলেও খবৰ। ১৭ জানুৱাৰীৰ নিশা হঠাৎ 'আজতক' নামৰ দেশৰ সৰ্বশ্ৰেষ্ঠ (?) নিউজ চেনেলটোৰ ক্লিপিং এটালৈ চকু গ'ল। বোলছবি অভিনেতা তথা সাংসদ গোবিন্দই ক'ৰবাত শুটিং কৰি থাকোঁতে স্থানীয় অত্যুৎসাহী ডেকা এজনক চৰ এটা মাৰিলে। আধুনিক কেমেৰাৰ কাৰিকৰী কৌশলত একেটা চৰকে এনেকৈ দেখুওৱা হ'ল যেন গোবিন্দ নামৰ শকত-আৱত অভিনেতাজনে ডেকাজনক একে উশাহতে সাতোটামান চৰহে মাৰিলে। ইয়াৰ লগে লগে বাতৰি পঢ়োঁতাজনৰ উৎসাহী ধাৰাভাষ্যই গোটেই ঘটনাটো, নাছাৰ গবেষণা কেন্দ্ৰই মঙ্গল গ্ৰহত জীৱৰ উপস্থিতি প্ৰমাণ কৰাৰ দৰে খবৰতকৈও ভীষণ গুৰুত্বপূৰ্ণ খবৰ হিচাপে উপস্থাপন কৰিলে। আৰু দেশৰ সৰ্বশ্ৰেষ্ঠ নিউজ চেনেলটোৱে যোৱা দুদিন ধৰি একেটা খবৰৰ ৰবৰকে টানি-টুনি আমাৰ দৰে সাধাৰণ দৰ্শকক টিভিৰ সম্মুখত বহুৱাই কমাৰ্চিয়েল ব্ৰেকৰ নামত কোটি টকা ঘটি ল'লে। দহ দিনৰ পাছত টিভিৰ ৰিপ'টাৰেও পাহৰিব, দৰ্শকেও পাহৰিব সেই গুৰুত্বপূৰ্ণ খবৰৰ পিছৰ অধ্যায়। মাথোঁ নষ্ট হ'ল দৰ্শক, জনতাৰ

কিছু মূল্যবান সময়। সম্প্ৰতি সৃষ্টি হোৱা বহু তথাকথিত নিউজ চেনেলৰ এয়াই ব্যৱসায়। কিছুদিনৰ আগতে টিভি চেনেলৰ এটা ইন্টাৰভিউত অমিতাভ বচ্চনে কৈছিল— এই নিউজ চেনেলবোৰ এটা কুঁৱাৰ দৰে। ইহঁতক বছৰৰ তিনিশ পয়ষষ্ঠি দিনৰ প্ৰতিটো ঘণ্টাতেই লাগে প্ৰচুৰ খাদ্য। যিমানেই দিয়া নহওক কিয় শেষ হৈ যায় মুহূৰ্ততে। গতিকে খবৰৰ নামত কাৰোবাৰ ব্যক্তিগত জীৱনৰ ঘটনা-দুৰ্ঘটনা বা বিয়া-সবাহো বাদ পৰি নাযায়।

পিছে সমাজৰ স্থিৰতা ৰক্ষাৰ ক্ষেত্ৰত এই চেনেলবোৰৰ ভূমিকা অপৰিসীম। দেশখনৰ কোটি কোটি জনতাই দিনটোত এবাৰ হ'লেও বাতৰি শুনাৰ নামত টি ভি ৰিম'টৰ বুটাম টিপে। টি ভিৰ পৰ্দাত দৃশ্য-শ্ৰব্য মাধ্যমেৰে প্ৰচাৰ কৰা ঘটনা ৰাতি চায় আৰু সৰহ সংখ্যকেই ইয়াৰ পৰ্দাৰ পিছফালে থকা এচাম বুদ্ধিদীপ্ত সংবাদসেৱী তথা ৰাজনৈতিক উদ্দেশ্য নিহিত থকা মালিকপক্ষৰ পক্ষপাতদুষ্ট কাৰচাজিৰ কথা বুজি নাপায়। ফলত ছেকেণ্ডতে জনতাৰ মনত একো-একোটা ঘটনা এজন ব্যক্তিৰ, এটা অঞ্চলৰ বা এখন ৰাজ্যৰ প্ৰতিচ্ছবি বহুক্ষেত্ৰতেই ভুলকৈ স্থাপিত হয়।

তেনে এক 'নিউজ' দেখাৰ পাছতহে কথাবোৰ মনলৈ আহিল। গোবিন্দৰ ঘটনাটো প্ৰচাৰিত হোৱাৰ দিনাই 'আজতক'ত প্ৰচাৰিত হৈছিল আন এটা খবৰ— পুলিচৰ উপস্থিতিত উত্তেজিত জনতাই তিনিজনমান যুৱকক উত্তম-মধ্যম দিয়াৰ দৃশ্য। খবৰটো আছিল গুৱাহাটীৰ। খবৰৰ শিৰোনাম আছিল 'ঔৰ এক কলংক'। ঘটনাটো যিয়েই নহওক, বাতৰি পঢ়োঁতাই বাৰে বাৰে উনুকিয়াই আছিল বেলতলা কাণ্ডৰ কথা। সংঘটিত ঘটনাৰ লগত বেলতলাৰ ঘটনাৰ তিলমাত্ৰও মিল নথকা সত্ত্বেও এক অদৃশ্য ইংগিতত যেন টি ভিৰ পৰ্দাত অসমবাসীক আকৌ এবাৰ নগ্ন কৰাৰ আসুৰিক প্ৰচেষ্টা চলিছিল। এই সন্দৰ্ভত ১৮ জানুৱাৰী তাৰিখে অসমৰ চিন্তাবিদ, পণ্ডিতসকলে বাতৰি কাকতত প্ৰতিবাদ সাব্যস্ত কৰা দেখিছোঁ। পিছে এনে উদ্দেশ্যপ্ৰণোদিত সংবাদৰ বিৰুদ্ধে আৰু জোৰদাৰ প্ৰতিবাদ হোৱা উচিত। ৰাজ্যখনৰ সকলো ইলেক্‌ট্ৰনিক নিউজ চেনেলে মাৰবান্ধি এনে কাৰ্যৰ বিৰুদ্ধে তথ্যসহ ৰিপ'ৰ্ট প্ৰচাৰ কৰা ভাল। আমাৰ কথা আমি নিজে নক'লে আনে কেতিয়াও নকয়।

গোটেই কথাবোৰৰ আন এটা দিশো আছে। আমিবোৰে সৰুৰে পৰা শুনি আছোঁ— 'কেন্দ্ৰই উত্তৰ-পূবৰ ৰাজ্যকেইখনক মাহী আইৰ দৃষ্টিৰে চায়'। দেশখনৰে বহুতে ভাৰতৰ কলকাতাই শেষ সীমা বুলিও ভাবে। অসম আন্দোলন আৰু আলফা ওলোৱাৰ পাছৰ পৰাহে বহুতে অসম বুলি ৰাজ্য এখন থকাৰ কথাটো গম পাইছে। এই লেখককে নতুন দিল্লীৰ বিমান কোঠত স্পাইচজেটৰ এগৰাকী স্মাৰ্ট, উচ্চশিক্ষিতা গাভৰুৱে সুধিছিল 'গুৱাহাটীৰ পৰা অসম কিমান দূৰত' বুলি। এয়া বৰ বেছিদিনৰ কথা নহয়। ২০০৭ চনৰ ছেপ্টেম্বৰ মাহৰ কথা! কিন্তু কিয় এনে হৈছে? ৰাজ্যখনৰ নাম উজ্জ্বলাব পৰা কোনো বিশেষ কাম আমি কৰিব পৰা নাই নেকি? মোল্লাৰ দৌৰ মছজিদলৈকে বোলা

আপ্তবাক্যশাৰীৰ দৰে আমাৰ সকলো প্ৰতিভাৰ দৌৰৰ সীমা গুৱাহাটীতেই শেষ হৈছে নেকি? এটা কথা অপ্ৰিয় হ'লেও সত্য হয় যে যোগ্য ভোগ্যা বসুন্ধৰা। আমাৰ ৰাজ্যখনৰ শাসন ব্যৱস্থাত কেইজন অসমীয়া ভাৰতীয় প্ৰশাসনীয় সেৱা বা ভাৰতীয় পুলিচ সেৱাৰ বিষয়া আছে? ৰাজ্যখনৰ বাহিৰৰ কৰ্মক্ষেত্ৰত, আমাৰ ৰাজ্যৰ উচ্চ পদসমূহত বাহিৰৰ পৰা অহা বিষয়াই ভৰি থকাৰ দৰে কিমানজন অসমীয়া বিষয়াই দিল্লী, উত্তৰ প্ৰদেশ বা বিহাৰৰ শাসনভাৰ চলাইছে? কোনজন চিকিৎসা বিশেষজ্ঞক দেখুৱাবলৈ গুৱাহাটীলৈ চেন্নাই, কলকাতাৰ পৰা মানুহ দৌৰি আহিছে? কোনজন অসমীয়া সংগীত বিশাৰদৰ সংগীতে মুম্বাইৰ চলচ্চিত্ৰ জগতত এখনৰ পিছত এখনকৈ হিট ছবিৰ সংগীতেৰে খলকনি তুলিছে? ক'ৰবাত দুই-এজনে দুই-এটা ক্ষেত্ৰত সফলতা দেখুৱালেও এই সফলতাই নিৰৱচ্ছিন্ন গতি লাভ কৰা নাই। ফেছন, মডেলিং আদি বিশ্বত এক অতিশয় লাভজনক পেছা। অসমত সম্প্ৰতি এই দিশত কেইবাগৰাকীও উচ্চ শ্ৰেণীৰ মডেল সৃষ্টি হোৱা দেখা গৈছে। নতুন চাম যুৱক-যুৱতীৰ মাজত এই দিশত উৎসাহজনক সঁহাৰিও দেখা গৈছে। কিন্তু এইক্ষেত্ৰতো ৰাজ্যখনত কোনো প্ৰণালীবদ্ধ শিক্ষাগ্ৰহণ কেন্দ্ৰ চকুত পৰাকৈ গঢ়ি উঠা দেখা নাই। ক'ৰবাত নহয় ক'ৰবাতটো আমি সৰ্বভাৰতীয় ক্ষেত্ৰত প্ৰতিদ্বন্দ্বিতা কৰিবই লাগিব। বৃটিছে ৰুই থৈ যোৱা চাহগছকেইজোপা, মাটিৰ তলৰ তেলখিনি আৰু অলপ-অচৰপ কয়লাকে লৈ কিমান দিন আৰু অনৰ্থক বুকু ফিন্দাই থাকিম? সিদিনা কোনোবাই কৈছিল— মুম্বাই মহানগৰীৰ এক কিলোমিটাৰ পথ নিৰ্মাণ কৰিবলৈ যিমান ধন আবণ্টন কৰা হয়, অসমৰ বাটপথৰ সমদৈৰ্ঘ্যৰ বাবে তাৰ এক চতুৰ্থাংশও হেনো আবণ্টন দিয়া নহয়। কিন্তু বানপানী, বৰষুণ আদিৰে জৰ্জৰিত ৰাজ্যখনৰ ৰাস্তা-পদূলিৰ বাবে আবণ্টিত ধনৰ পৰিমাণ সমপৰিমাণৰহে হ'ব লাগিছিল। বাংগালোৰ, দিল্লী, চেন্নাই আদি চহৰে বছৰে বছৰে ৰূপ সলাইছে। চিক্‌চিকিয়া ৰাস্তা-ঘাট, ইখনৰ পিছত সিখন ফ্লাই অভাৰ, সুদৃশ্য চৰকাৰী ভৱন আদিয়ে নিশ্চয়ে এচাম সুদক্ষ কৰ্মক্ষম আৰু বিদূষী ৰাজনৈতিক নেতা, বিষয়া-কৰ্মচাৰী আদিৰ দক্ষতা সুন্দৰকৈ প্ৰতীয়মান কৰিছে। কেৱল 'মাহী আইৰ চকু'ক বদনাম দি শুই থাকিলেওতো নহ'ব। নিজৰ প্ৰাপ্যখিনি দাবী কৰি উলিয়াই আনিব পৰা ক্ষমতা আৰু প্ৰতিভাও থাকিব লাগিব।

সমাজত সদায় দুৰ্বলীৰ ওপৰত অত্যাচাৰ হয়েই। হাঁহৰ ওপৰত শিয়াল ৰজা হ'বই! আমি নিজকে অৱহেলিত, নিষ্পেষিত বুলি ভাবি থাকিলে আনে আমাক হাঁহিবলৈ সুযোগ কিয় নাপাব? আন ৰাজ্যৰ মানুহে যিদৰে কঠোৰ পৰিশ্ৰমেৰে সৰ্বভাৰতীয় ক্ষেত্ৰত নিজকে প্ৰতিষ্ঠা কৰিছে, আমি নকৰো কিয়? দক্ষিণ ভাৰতীয় মানুহৰ প্ৰিয় খাদ্য দৈ-ভাত পঞ্চতাৰকা হোটেলৰ মেনুটো পোৱা যায়— আমাৰ কলীয়াজৰা মাছৰ টেঙাজোলে আজিলৈকে কিন্তু শ্ৰীৰামপুৰ গেটেই পাৰ হ'ব পৰা নাই। দোষটো কাৰ?

আজি অসমৰ বেলতলাৰ ঘটনাৰাজিক লৈ বা তাৰ পিছতো অনৰ্থক কথাৰ গইনা

লৈ তথাকথিত সৰ্বভাৰতীয় নিউজ চেনেল কিছুমানে যি উদ্দেশ্যপ্ৰণোদিত বাতৰি প্ৰচাৰ কৰিলে, আমাৰ নিজৰো তেনে এক সৰ্বভাৰতীয় পৰ্যায়ৰ জনপ্ৰিয় (দেশখনৰ সকলো মানুহে চোৱা) চেনেল থকা হ'লে, এনে বাতৰিক ৰাষ্ট্ৰীয় পৰ্যায়তে টেঁটুচেপি ধৰিব পৰা নগ'লহেঁতেননে? তথ্য-প্ৰযুক্তিৰ ইমান উন্নতিৰ যুগত গুৱাহাটীৰ পৰাই এনে কাম কৰিব নোৱাৰো কিয়? নে তথ্য-প্ৰযুক্তি থাকিলেও আমাৰ উপযুক্ত মানৱ সম্পদ নাই? অলপতে নিৰ্বাচন সংক্ৰান্তীয় কামত এখন চৰকাৰী বিদ্যালয়ত কাম কৰিছিলো। বিদ্যালয়খনৰ বহু কোঠাৰে বেৰত সৰু সৰু আখৰেৰে কিতাপৰ টোকা কিছুমান পেন বা পেঞ্চিলেৰে লিখা আছিল। বুজিবলৈ কষ্ট নহয় এইবোৰ কি? এয়াই যদি আমাৰ অধ্যবসায় আৰু পৰিশ্ৰমৰ নমুনা হয়— ৰাষ্ট্ৰীয় পৰ্যায়ত ফেৰ মাৰিব পৰা মানৱ সম্পদ ক'ৰ পৰা ওলাব?

ওলাইছে। তাৰ মাজতো সোণমনি বৰাই চণ্ডিশগড়ৰ জিলাধিপতি হৈ সুন্দৰ প্ৰশাসনিক প্ৰতিভাৰ বাবে পুৰস্কৃত হোৱাৰ খবৰ ওলাইছে, জুবিন গাৰ্গে 'য়া আলী' গাই গোটেই ভাৰততে নাম কৰিছে, মণিকংকণা দত্তই দুবাৰকৈ আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত আলোচনীৰ বেটুপাতত শোভাবৰ্ধন কৰিছে— ইত্যাদি। কিন্তু এয়া এপাচি শাকত এটা জালুকৰ দৰে। ভূপেন হাজৰিকা, পাৰবীন চুলতানা আদিৰ ধাৰাটোৱে নিৰৱচ্ছিন্ন গতি লাভ কৰা নাই। হেম বৰুৱাৰ দৰে অসমৰ সাংসদ এতিয়া ইতিহাস! অসমতো অসংখ্য সংস্থাৰ অজস্ৰ নেতা আছে। টাইমছ গ্ৰুপে আৰম্ভ কৰা 'লীড ইণ্ডিয়া' অনুষ্ঠানলৈ নিজৰ প্ৰতিভা আৰু জ্ঞানৰ দ্বাৰা যুঁজিবলৈ আমাৰটো এজনো নগ'ল (বা নিৰ্বাচিত নহ'ল)। তেনেহ'লে কি যুক্তিত আমাক মানুহে মনত ৰাখিব? পোতা পুখুৰীত বাঁক ৰজা হোৱাৰ দৰে শ্ৰীৰামপুৰ গে'টৰ এইপাৰে দপদপাই থাকিলেইতো ৰাষ্ট্ৰীয় বা আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ত আমাৰ নাম উজ্বলি নুঠে। শ্ৰেণীত প্ৰথম, দ্বিতীয় হোৱা ছাত্ৰজনক সকলোৱে মৰম কৰাৰ বিপৰীতে কোনোমতে টানি-টুনি পাছ কৰা কেইজনৰ নামো সকলোৱে পাহৰাৰ দৰে জ্ঞান আৰু প্ৰতিভাৰ যুঁজত স্থান অৰ্জন কৰা লোক, ৰাজ্য বা দেশকহে সংশ্লিষ্ট সকলোৱে মনত ৰাখে আৰু লগতে অৱমাননা কৰিবলৈকো সাহস নাপায়।

সেয়েহে কোনোবা নিউজ চেনেলৰ 'আৰু এটা কলংক' জাতীয় সৰ্বনাশী শিৰোনামৰ দাগ গুচাবলৈ আমিবোৰেও জ্ঞান আৰু প্ৰতিভাৰ দ্বাৰা এক যোগাত্মক আন্দোলন গঢ়ি তুলিব পৰা পৰিবেশ সৃষ্টি কৰিব পাৰিলে ভাল। কথাবিলাক এই দিশৰ পৰাও ভাবি চাব নোৱাৰিনে?

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিক্ষণ, ২৩ জানুৱাৰী/২০০৭

# ২৪।

## ৰঙা লাইট নথকা গাড়ী

'উদিত আৰু ডুবন্ত সূৰ্যৰ ৰং ৰঙা কিয়?'

'বিপদ সংকেত দিবলৈ ৰঙা ৰং কিয় ব্যৱহাৰ কৰা হয়?'

আমিবোৰ ক্লাছ নাইন-টেনৈত পঢ়ি থাকোঁতে সাধাৰণ বিজ্ঞানৰ প্ৰশ্নোত্তৰত সততে মনত ৰাখিবলগীয়া প্ৰশ্ন আছিল এইটো। 'ৰঙা ৰঙৰ তৰংগ দৈৰ্ঘ্য সকলো ৰঙতকৈ বেছি। সেয়েহে দূৰৰ পৰাই ৰঙা ৰঙটো প্ৰথমে চকুত পৰে আৰু এইবাবেই ...।'

এইবোৰ আজিকালি ক্লাছ ফ'ৰ-ফাইভৰ ল'ৰা-ছোৱালীয়েও জানে। দূৰৰ পৰা দৃষ্টিগোচৰ হ'বলৈকে হয়তো ভি আই পিৰ বাহনত লগোৱা হয় ৰঙা লাইট। ৰঙা লাইট থকা বগা এম্বেছাদৰ গাড়ীৰ সম্মানেই সুকীয়া। নিজে উঠিব নোৱাৰিলেও, ঘৰৰ বিয়া-সবাহ, সকাম-নিকাম, পাৰ্টি আদিত পদূলিত এখন হ'লেও ৰঙা লাইট লগোৱা গাড়ী থিয় হ'লে গৃহস্থৰ মৰ্যাদা চুবুৰিটোত বেলেগ হৈ পৰে। ৰঙা লাইট থকা গাড়ীত এবাৰ উঠা ব্যক্তিৰ পাঁচ বছৰৰ পাছতো নামিবলৈ কষ্ট হয়! অসমত ৰঙা লাইট, চাইৰেণ আদি যুক্ত গাড়ীৰ ব্যৱহাৰক লৈ সময়ে সময়ে খবৰ কাগজে আমোদজনক বাতৰি দি থাকে।

ডিব্ৰুগড়ত অলপ কম। গুৱাহাটীৰ কথাই নাই। ইমানবোৰ ভি আই পি..., প্ৰশাসনীয় বিষয়া, নেতা-পালিনেতাৰে গিজ্‌গিজাই থকা ৰাজধানী চহৰত ৰঙা লাইট থকা গাড়ীৰ দপ্‌দপনি থাকিবই। এসময়ত ডিব্ৰুগড়তো অৰুণাচলৰ পৰা অহা এনে বহু গাড়ী দেখা গৈছিল। সাধাৰণ মানুহে এই জাতীয় গাড়ী-মটৰৰ পৰা পৰাপক্ষত দূৰত থাকিয়ে ভাল পায়। গাড়ী চলাই যোৱা বা খোজকাঢ়ি যোৱা প্ৰায় সকলোৱেই পাৰিলে প্ৰায় সম্পূৰ্ণ ৰাস্তটোৱেই এৰি দিয়ে। অৰুণাচলৰ পৰা অহা এনে গাড়ীৰ লগত পিছে বহুক্ষেত্ৰতে চিপাহী-চন্তৰী নাথাকে। জিপছী, মাৰুতি কাৰ, এষ্টিম— এনে জাতীয় গাড়ীতো ৰঙা লাইট লগাই পাহাৰৰ পৰা নামি আহে। থানা চাৰিআলিৰ নিউজ কৰ্ণাৰত ৰৈ থাকিলে আগতে প্ৰায়েই এনে গাড়ী দেখা গৈছিল। আজিকালি কমিল। হয়তো ক'ৰবাত ৰঙা লাইটৰ মান ৰাখিবলৈ নিয়ম-নীতি সলনি কৰা হ'ল। মুঠতে ৰঙা ৰঙটোৰ তৰংগ দৈৰ্ঘ্যক মূলধন হিচাপে লৈ ভি আই পিসকলৰ মান-মৰ্যাদা, নিৰাপত্তা, সামাজিক প্ৰতিপত্তি, সকলো বজাই ৰাখিবলৈ ব্যৱহাৰ কৰা হ'ল বা হৈ আছে।

পিছে ৰঙা ৰং বিপদ সংকেতৰো প্ৰতীক।

সেয়ে আমাৰ লেখাৰ উদ্দেশ্য ৰঙা লাইট থকা গাড়ীৰ নহয়, ৰঙা লাইট নথকা গাড়ীৰ বিষয়ে লিখাহে। আজিকালি নিত্য-নতুন গাড়ী-মটৰ ওলাইছে। আৰোহীৰ নিৰাপত্তাৰ বাবে অত্যাধুনিক টেক্‌নিকসৰ্বস্ব বিলাসী গাড়ী-মটৰেৰে বজাৰ ভৰি পৰিছে। সঁচা কথা— ঘণ্টাত দুশ বিশ কিলোমিটাৰ বেগত চলিব পৰা এই গাড়ীবোৰৰ কাৰিকৰী কৌশল চমৎকাৰ। মুখামুখিকৈ খুন্দা লাগিলেও সন্মুখত বা আৰোহীৰ বাবে ওলাই আহিব গেছযুক্ত বেলুন; দুৰ্ঘটনাত মৃত্যুৰ আশংকা কমাবৰ কাৰণে। পিছে এই অত্যাধুনিক গাড়ীবোৰৰ প্ৰযুক্তি কৌশল হয় জাপানী নহয় কোৰিয়া বা কোনোবা অত্যাধুনিক উন্নত ৰাষ্ট্ৰ! যাৰ ৰাস্তা-পদূলি আমাৰ দেশৰ বিমান ঘাটিৰ ৰাণৱেৰ দৰেই মসৃণ। এইবোৰ দেশৰ ৰাস্তা নিৰ্মাণ কৰা ঠিকাদাৰে দেশৰ মাটিক নিজৰ ব্যক্তিগত চন্দুকতকৈ বহু বেছি ভাল পায়। আমাৰ দৰে চাৰিলেনযুক্ত ৰাস্তা এটা নিৰ্মাণ কৰিবলৈ নিৰ্মাণ সংস্থাই বিভিন্ন দল, সংগঠনক চান্দা দিব নালাগে বা ৰাস্তাটো হ'বনে নহয় এই শেষ সিদ্ধান্তৰ বাবে ৰাস্তা বন্ধ, চকাবন্ধ, জিলা বন্ধ আদি বিভিন্ন পৰ্যায় পাৰ হৈ আহিবও নালাগে। বহুজাতিক কোম্পানীবোৰৰ বাবে ভাৰতবৰ্ষৰ মধ্যবিত্ত আৰু উচ্চ মধ্যবিত্ত শ্ৰেণীটো এক লোভনীয় ক্ৰেতা। লোভনীয় গাড়ী, তাতোকৈ সহজসাধ্য আধুনিক বেংকসমূহৰ গাড়ী কিনিবলৈ প্ৰদান কৰা লোভনীয় ঋণ। সেয়ে যোৱা পাঁচটা বছৰৰ ভিতৰতে দেশৰ অন্যান্য অংশৰ লগতে অসমতো অবিশ্বাস্য হাৰত ৰাস্তাত বাঢ়ি গৈছে গাড়ীৰ সমস্যা। ৰাস্তা একেটাই। গাড়ীৰ সীমা নাই! ইমানবোৰ অত্যাধুনিক গাড়ী-মটৰৰ মাজতে ৰাস্তাত চলি আছে পুৰণি মডেলৰ ট্ৰাক, পুৰণি মডেলৰ বাছ। যাৰ পিছফালে থাকিবলগা বিপদসূচক ৰঙা লাইট, ব্ৰেক বা পাৰ্কিং লাইটৰ ব্যৱস্থা কেতিয়াবাই নাইকিয়া হৈছে। ব্যস্ত ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত কোনোধৰণৰ পাৰ্কিং লাইট নজ্বলোৱাকৈ এনে বিশাল আকাৰৰ বাহন ৰখাই

ড্ৰাইভাৰে ধাবাত বহি নিশ্চিন্ত মনে ৰুটি, তৰ্কা, চিকেন কাৰীৰ সোৱাদ লৈ বাহিৰত ৰখা খাটিয়াত বহি ভাগৰ পলুৱায়। নিশাৰ আন্ধাৰত বিশাল শৰীৰেৰে মৃত্যুদূতৰূপী এই বাহনবোৰ বৈ থাকে। কুঁৱলী, মাজনিশা চম্ভালিব নোৱৰা টোপনি, ম'বাইল ফোন আৰু বহুক্ষেত্ৰত সুৰাৰ ৰাগীয়ে আচ্ছন্ন কৰা আৰোহীৰ বাহনে একো মণিব নোৱাৰি দিক্-বিদিক শূন্য হৈ ঘণ্টাত আশী/নব্বৈ কিলোমিটাৰ বেগত আহি খুন্দা মাৰেহি এই ৰাস্তাৰ কাষত বৈ থকা বিশাল বাহনত। ফলাফল? পিছদিনা বাতৰি কাকতত প্ৰকাশ হয় চূৰ্ণ-বিচুৰ্ণ হোৱা সৰু অত্যাধুনিক বাহনৰ লগতে কাৰোবাৰ পতি, কাৰোবাৰ পুত্ৰ, কাৰোবাৰ পিতৃ-মাতৃৰ চিনিব নোৱৰা হোৱা মৃতদেহৰ ফটো! অকল ৰখাই থোৱাই নহয়, পিছফালৰ বিপদসূচক ৰঙা লাইট নথকাৰ বাবে ব্ৰেক মাৰিলেও এইবোৰ গাড়ীৰ পিছৰ গাড়ীৰ আৰোহীয়ে বা ড্ৰাইভাৰে একো মণিব বা বুজিব নোৱাৰে। সন্মুখৰ ফালৰ পৰা অহা গাড়ীৰ পোহৰৰ চকমকনিত দেখা পোৱা নাযায় ক'লা তিৰ্পালেৰে সৰ্বাংগ ঢাকি অহা অলপ দূৰতে থকা মৃত্যুদূতৰ অৱস্থান। ফলাফল অব্যৰ্থ দুৰ্ঘটনা। কেতিয়াবা মৃত্যু, কেতিয়াবা জীৱনৰ বাবে ঘৃণীয়া!

অসমত যোৱা কেইবছৰমানৰ পৰা ভয়াবহভাৱে বাঢ়ি আহিছে পথ দুৰ্ঘটনাৰ সংখ্যা। এই সংখ্যা এইডছৰ সংক্ৰমণতকৈ ভয়াবহ আৰু ইয়াৰ গৰিষ্ঠ সংখ্যক দুৰ্ঘটনাই সংঘটিত হৈছে বৈ থকা গাড়ীত খুন্দিওৱাৰ ফলত। নিঃসন্দেহে এয়া এনেদৰে আন্ধাৰত বিপদসূচক লাইট নথকাকৈ পাৰ্কিং কৰি থোৱা গাড়ীৰ বাবেই হৈছে। য'তে-ত'তে পাৰ্কিং কৰাৰ কথাটো বাদ দিলেও অন্ততঃ ৰাষ্ট্ৰীয় ঘাইপথত ৰখাই থোৱা ট্ৰাক বা এনে বৃহৎ বাহনবোৰৰ, যাৰ শতকৰা আশীভাগতকৈয়ো বেছি সংখ্যকৰ পিছফালৰ বা আগফালৰ বিপদসূচক পাৰ্কিং লাইটৰ ব্যৱস্থা নাই, সেইবোৰৰ বিৰুদ্ধে সংশ্লিষ্ট যান-বাহন আইন অনুসৰি ব্যৱস্থা ল'ব পৰা নাযায়নে? বিদেশলৈ যাবই নালাগে— আমাৰ দেশতে আজিকালি দিল্লী, মুম্বাই আদিত নিৰ্দিষ্ট জোখতকৈ বেছি স্পীডত গাড়ী চলোৱা, ছিটবেল্ট বা হেলমেট নোহোৱাকৈ বাহন চলোৱা, চলন্ত অৱস্থাত ম'বাইলত কথা পতা আদি কঠোৰভাৱে নিষিদ্ধ কৰাৰ লগতে, এনে আইন ভংগ কৰিলে শাস্তিৰ ব্যৱস্থা কৰা হৈছে। আইনৰক্ষক কঠোৰ হ'লে, আইনৰ শাসন সকলোৱে মানি চলিব। সংশ্লিষ্ট অঞ্চলৰ আইনৰক্ষক বা যান-বাহন প্ৰাধিকাৰীয়ে নিয়মিতৰূপে এমাহমান এনে ৰঙা লাইট নথকা গাড়ী ধৰিবলৈ আৰম্ভ কৰি আইন ভংগকাৰীক শাস্তিৰ ব্যৱস্থা কৰিলে অতি সোনকালে গাড়ীৰ মালিকসকলে নিজৰ বাহনসমূহ ঠিক কৰিব। অৱশ্যে এই 'ধৰ-পাকৰ'খিনি হ'ব লাগিব নিতান্তই সদিচ্ছামূলক। কামটো একেবাৰে সৰু। কিন্তু কোনেও নোচোৱাৰ বাবে আজিও এনে বিপদজনক বাহনে দুৰ্ঘটনাৰ আশংকা এশগুণ বৃদ্ধি কৰিছে।

আগতে ৰাষ্ট্ৰীয় ঘাইপথ মেৰামতিৰ বাবে অনা ৰ'ডৰোলাৰকেইখনত নিশা কাম-বন সামৰাৰ পাছত কেৰাচিনৰ লেম্প এটা ওলোমাই থৈছিল। ৰঙা নহ'লেও দূৰৈৰ পৰা অন্ততঃ কিবা এটাৰ অৱস্থিতি বুজিব পৰা হৈছিল। আজিকালি সেয়াও বহুক্ষেত্ৰত

নোহোৱা হ'ল। সেয়ে তথ্য বিচাৰিলে দেখা যাব— নিশাৰ আন্ধাৰত হোৱা বহু দুৰ্ঘটনাৰ মূল কাৰণেই হ'ল সন্মুখত ৰৈ থকা মৃত্যুদূতৰ নীৰৱ, নিঃশব্দ উপস্থিতি।

এই ধুনীয়া পৃথিবীখনত মানুহ হৈ এবাৰেই জন্ম লোৱাৰ সৌভাগ্য হয়। তেনেস্থলত কাৰোবাৰ অকণমান হেমাহিৰ বাবে ক্ষন্তেকতে কিয় আমি স্তব্ধ হৈ যাবলৈ দিম কাৰোবাৰ বুকুৰ স্পন্দন?

নিজৰ গাড়ীৰ ওপৰত দপ্দপকৈ জ্বলি থকা ৰঙা লাইট জ্বলাব নোৱাৰিলেও অন্ততঃ আপোনাৰ-মোৰ ৰাস্তাৰ কাষত ৰখাই থোৱা বৃহৎ বাহনকেইখনৰ নথকা ৰঙা লাইটকেইটা তৎকালে লগাই ল'ব নোৱাৰোনে? দহ/বিশ লাখ টকাৰ গাড়ীৰ মালিকসকলে হাজাৰ টকা খৰচ কৰি সততে নথকা বা বেয়া হৈ থকা ব্ৰেক বা পাৰ্কিং লাইটকেইটা লগাই ল'ব নোৱৰাৰতো কথা নাই! সংশ্লিষ্ট সকলো পক্ষৰ অকণমান সচেতনতাই নিশ্চিতভাৱে বন্ধ কৰিব বহু অপঘাত মৃত্যুৰ সম্ভাব্য কাহিনী।

পথ নিৰাপত্তা সপ্তাহ পাতি প্ৰচাৰ পুস্তিকা বিতৰণেৰে কাৰ্যসূচী শেষ কৰাতকৈ, সংশ্লিষ্ট প্ৰাধিকাৰীসকলে ওপৰত কৈ অহাৰ দৰে এক পদক্ষেপ ল'লে নিশ্চয় সকলোৰে বাবে মংগল হ'ব আৰু হয়তো বহু অপঘাত মৃত্যু ৰোধ কৰিব পৰা হ'ব।

পূৰ্বপ্ৰকাশ ঃ অগ্ৰদূত, ২ মাৰ্চ/২০০৮

# ২৫।

# সাতত্ৰিশ মাহৰ সপোন

ঔদ্যোগীকৰণ, বিনিয়োগ, উন্নয়ন, উদ্যোগনীতি— এইবোৰ কথা সম্প্ৰতি প্ৰায় সকলোৰে মুখত শুনা যায়। বামপন্থী ৰাজনীতিৰে বছৰৰ পিছত বছৰ ৰাজ্য শাসন কৰা পশ্চিমবংগ চৰকাৰেও ৰাজ্যখনত দেশী-বিদেশী বিনিয়োগৰ দ্বাৰা ক্ষীপ্ৰ উন্নয়ন তথা ঔদ্যোগীকৰণৰ বাবে বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰিছে। দুই-এঠাইত এনেধৰণৰ ঔদ্যোগীকৰণৰ বিৰুদ্ধে ৰাজনীতি কৰাসকলৰ প্ৰচেষ্টাত প্ৰতিবাদো নোহোৱা নহয়, কিন্তু এনে প্ৰতিবাদে ৰাজ্যখনৰ সামগ্ৰিক উন্নয়নত বিশেষ প্ৰভাৱ পেলোৱা প্ৰতীয়মান হোৱা নাই। পশ্চিমবংগ আমাৰ নিচেই চুবুৰীয়া ৰাজ্য। বাকী গুজৰাট, কৰ্ণাটক, অন্ধ্ৰপ্ৰদেশ, মহাৰাষ্ট্ৰ আদি ৰাজ্যৰ ঔদ্যোগীকৰণ তথা উন্নয়নৰ কথা কোৱা বাহুল্য মাথোন।

কথা হ'ল, ব্যক্তিগত খণ্ডই হওক বা ৰাজহুৱা খণ্ডই হওক, দেশৰ কোনো অংশই ঔদ্যোগীকৰণ অবিহনে আগবাঢ়ি যাব নোৱাৰে। কেৱল চৰকাৰী বিভাগ বা চৰকাৰ নিয়ন্ত্ৰিত খণ্ডই উৎপাদন আৰু নিযুক্তিৰ দ্বাৰা সমাজৰ সকলো অংশৰে চাহিদা পূৰণ কৰাটো অসম্ভৱ। তেনেস্থলত আধুনিক বিশ্বৰ লগত খেদ মাৰিবলৈ দেশৰ সকলো

অংশতে সমানভাৱে ঔদ্যোগীকৰণ হোৱাটো বাঞ্ছনীয়। কিন্তু স্বাধীনতাৰ ইমান বছৰৰ পাছতো অসম তথা উত্তৰ-পূৰ্বাঞ্চল ঔদ্যোগীকৰণৰ ক্ষেত্ৰত আজিও অতি পিছ পৰি আছে। ইয়াৰ কাৰণ হিচাপে বছৰৰ পিছত বছৰ আমি ভাটৌৰ দৰে আওৰাই আছো— অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ দুৰ্বল যাতায়াত তথা সংযোগ ব্যৱস্থা, কেঁচামালৰ অভাৱ, প্ৰয়োজনীয় কেঁচামাল তথা সামগ্ৰী বা যন্ত্ৰপাতি আদি বাহিৰৰ ৰাজ্যৰ পৰা অসমলৈ আনোতে হোৱা খা-খৰচ, প্ৰৱেশ কৰ, বিভিন্ন শুল্ক (বগা বা ক'লা, দুয়োবিধৰ কথা ধৰা হয়), বিভাগীয় জোৰ-জুলুম, বিদ্যুৎশক্তিৰ উচ্চহাৰ তথা অভাৱ, প্ৰয়োজনীয় মানৱ সম্পদৰ অভাৱ আৰু যোৱা কেইটামান দশক ধৰি বিনিয়োগকাৰীসকলৰ আন এক সংশয় হ'ল উগ্ৰপন্থীৰ সংশয়। এই কথাবোৰ সমস্যা হিচাপে ধৰি লৈ সমাধান কৰিব পৰা সামৰ্থ্য তথা শক্তি থকাসকলে ইচ্ছা কৰিলে অতি সহজভাৱে কথাবোৰ ঠিক কৰি পেলাব পাৰে। কিন্তু কিবা কাৰণে নহয়গৈ। উত্তৰ-পূৰ্বাঞ্চলৰ ঔদ্যোগিক বিকাশৰ বাবে কেন্দ্ৰই উত্তৰ-পূৰ্বাঞ্চলৰ বাবে ২০০৭ চনৰ পহিলা এপ্ৰিলৰ পৰা নতুন উদ্যোগনীতি গ্ৰহণ কৰিছে, ব্যৱহৃত মূলধনৰ ওপৰত ৰাজসাহায্য, সুতৰ ওপৰত ৰাজসাহায্য, উদ্যোগ প্ৰসাৰৰ ক্ষেত্ৰত ৰাজসাহায্য আদি বিভিন্ন অভিলাসী আঁচনিও ঘোষণা কৰিছে। এই উদ্যোগনীতিৰ আধাৰত স্থানীয় প্ৰকৃত উদ্যোগীয়ে সঁচাকৈয়ে চৰকাৰী সাহায্য পালে দহ বছৰৰ ভিতৰত উত্তৰ-পূৰ্বাঞ্চলৰ ঔদ্যোগিক মানচিত্ৰ সলনি হোৱাৰ সম্ভাৱনা আছে। পিছে সচৰাচৰ দেখাৰ দৰে সংশ্লিষ্ট সকলো পক্ষই ফাইলতে পুখুৰী খান্দি/পুখুৰী পুতি ফুলনি বনাবলৈ ল'লে এয়া কেতিয়াও নহয়গৈ। আমাৰ স্থানীয় যুৱক-যুৱতীয়ে কাম কৰিবলৈ বিচাৰিলেও মোৰ নাপায়। চৰকাৰী ৰঙাফিটাৰ পাক খুলিব নাজানে। লগতে জন্মসূত্ৰে থকা 'প্ৰচুৰ স্থানীয় আত্মাভিমান আৰু অহংকাৰে' প্ৰয়োজনীয় স্থানত নম্ৰ হ'বলৈকো বাধা দিয়ে। ইয়াৰ ফলত প্ৰতিক্ষেত্ৰতেই বাধাৰ সন্মুখীন হয় আৰু এসময়ত স্বনিয়োজনৰ সপোন ধূলিসাৎ হয়! সেয়ে ঔদ্যোগীকৰণৰ সপোন লৈ আগবাঢ়িব খোজা স্থানীয় যুৱক-যুৱতীৰ বাবে সংশ্লিষ্ট পক্ষই সকলো প্ৰকাৰৰ প্ৰশিক্ষণ আৰু সহযোগিতা আগবঢ়োৱা উচিত।

ব্যক্তিগত খণ্ডৰ কথা বাৰু বাদ দিলো। চৰকাৰী খণ্ডৰ উদ্যোগৰ ক্ষেত্ৰটো ইমান বাধা কিয়? অসম আন্দোলনৰ চুক্তিমতে হ'ব লগা গেছ ক্ৰেকাৰ উদ্যোগটোৰ নিৰ্মাণ কাৰ্যও আৰম্ভ হোৱা নাই। অৱশ্যে গেছ ক্ৰেকাৰ উদ্যোগটো হৈ উঠিলেও যে অসমখন ৰমক-জমক হৈ উঠিব তাৰো মানে নাই। অইল, অ' এন জি চিৰ দৰে উদ্যোগ থাকিও দুলীয়াজান, শিৱসাগৰৰ ৰাস্তা-পদূলি, সা-সুবিধা আদিয়েই বহু কথা বুজাই কয়। টেঙাখাত হৈ দুলীয়াজান, নামৰূপ আদিলৈ যোৱা ৰাস্তাই এনে উদ্যোগে স্থানীয় লোকক সামান্যতম সুবিধা প্ৰদান কৰাৰ ক্ষেত্ৰতো কি ভূমিকা লৈছে, সেয়া প্ৰতীয়মান কৰে। তথাপি বিভিন্ন মহলে কোৱা মতে, এই উদ্যোগে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে বহু মানুহক সংস্থাপন দিব। কিন্তু কেতিয়াকৈ আৰম্ভ হ'ব এই উদ্যোগৰ বাণিজ্যিক উৎপাদন? বছৰৰ

পিছত বছৰ ধৰি বাতৰি কাকতত প্ৰকাশিত বিভিন্ন খবৰৰ পাছত সিদিনা কেন্দ্ৰীয় মন্ত্ৰীগৰাকীয়ে এক আশাব্যঞ্জক ঘোষণা কৰিলে— 'সাতত্ৰিশ মাহৰ পাছত এই উদ্যোগে উৎপাদন কাৰ্য আৰম্ভ কৰিব।' সুখৰ কথা। প্ৰতিটো ব্যক্তিগত খণ্ডৰ প্ৰকল্পৰ নিৰ্দিষ্ট সময়সীমা থকাৰ দৰে এই উদ্যোগৰ বাবেও অন্ততঃ এটা নিৰ্দিষ্ট সময়সীমাৰ কথা ৰাইজে জানিলে। কথামতে কাম হ'লে ভাল। পিছে বগীবিলৰ দলঙৰ ক্ষেত্ৰত স্বয়ং তদানীন্তন প্ৰধানমন্ত্ৰীগৰাকীয়েই ঘোষণা কৰি যোৱা কথাও দেখোন নৰ'ল! তথ্যবিজ্ঞ মহলে কয় যে বগীবিলৰ দলং হ'বলৈ আৰু দহ বছৰ লাগিব। কোনোৱে আশাৰে কয়, পো-বোৱাৰীয়ে চলাই নিয়া গাড়ীত উঠি বগীবিলৰ দলঙেদি সিপাৰলৈ যাম, আকৌ ঘূৰি আহিম। তেতিয়ালৈকে নিজে গাড়ী চলাই যাব পৰা ক্ষমতা নাথাকিবগৈয়ে! কিন্তু কথাবিলাক ইমান সহজনে? এখন ৰাজ্যৰ, এক বিস্তীৰ্ণ অঞ্চলৰ উন্নয়নৰ এক বিশেষ আহিলাৰ নিৰ্মাণ উদ্যোগ এটা উদ্যোগটো আৰম্ভ কৰাৰ কোনো নিৰ্দিষ্ট টাৰ্গেট নোহোৱাকৈ চলি থাকিব পাৰেনে? এজন সচেতন নাগৰিক হিচাপে আপুনি জানেনে— কোন চনত প্ৰকৃততে বগীবিলৰ দলং ৰাইজৰ বাবে মুকলি হ'ব? বাতৰি কাকতত ওলায় অমুক বছৰৰ অমুক পৰিকল্পনাত বগীবিলৰ দলঙৰ বাবে ইমান কোটি টকা ধাৰ্য কৰা হৈছে, অমুক বছৰত হেনো এটকাও ধৰা নহ'ল— ইত্যাদি। এনেকৈয়ে পাৰ হৈ গৈছে বছৰৰ পিছত বছৰ। আমাৰো খবৰ নাই, তেওঁলোকৰো নাই! হ'লে হ'ব নহ'লে নাই! আমিবোৰে জেঠৰ পোন্ধৰ তাৰিখ মানলৈকে বিহু পাতিব পাৰিলেই হ'ল। ধৰি ল'লো, আমিবোৰ বাৰু এলাইবাদু, ধোদৰ পচলা 'পি পু'— 'ও শো'! পিছে ইমান ডাঙৰ বিভাগ এটা, বিয়াগোম বিয়াগোম বিষয়া, ৰজা-মহাৰজা— এইসকলতো আমাৰ দৰে নহয়! তেনেস্থলত এনে ৰাজহুৱা প্ৰকল্পসমূহ আৰম্ভণি আৰু শেষৰ পৰিকল্পনা নোহোৱাকৈয়ে আৰম্ভ হৈছেনে? কিন্তু বছৰৰ পিছত বছৰ বাগৰি থকা দেখি তেনেযেনহে অনুভৱ হয়। দাবীও নাই, গতিকে নিষ্পত্তিও নাই— লাহে লাহে হৈ থাকক। দেশৰ বেলেগ বেলেগ অংশত হৈ থকা প্ৰকল্পবোৰ শেষ হৈ লওকচোন আগতে! কথাবিলাক এনে হোৱাটো উচিত নহয়। কোনোবাই প্ৰতিবাদ কৰা নাই বুলিয়ে প্ৰাপ্যখিনি নিদিলে পুঞ্জীভূত ক্ষোভে বেলেগ দিশত ভূঁইকঁপৰ সৃষ্টি কৰে, অন্ততঃ ৰাজ্যখনৰ সাম্প্ৰতিক পৰিস্থিতিয়ে তাকে কৈ আছে।

শিক্ষা-দীক্ষা সাং কৰা এচাম উদ্যমী তথা উৎসাহী যুৱক-যুৱতীক অৰ্হতা অনুসৰি নিযুক্তি দিব পৰাকৈ অত্যাধুনিক প্ৰকল্পসহ ঔদ্যোগীকৰণ নহ'লে সমস্যাবোৰ বাঢ়িয়ে থাকিব। ইয়াৰ লগে লগে পৰিবহন, পৰ্যটন, অৱসৰ বিনোদন, সেৱাভিত্তিক উদ্যোগ, যেনে— হোটেল, ৰেষ্টুৰা, চিকিৎসালয় আদি উদ্যোগৰ লগতে আন বহুক্ষেত্ৰত ব্যক্তিগত খণ্ডত উদ্যোগ খুলি স্বনিয়োজন তথা নিযুক্তিৰ বাট মোকলোৱা উদ্যোগীসকলকো সকলো পক্ষই উচিত সহযোগিতা প্ৰদান কৰিলে প্ৰথমতেই উল্লেখ কৰা অপ্ৰয়োজনীয় বাধাৰ তালিকাখন সৰু হৈ যাব বুলি অনুমান কৰিব পাৰি।

দেশৰ আন অংশৰ যুৱক-যুৱতীসকলে চৰকাৰী চাকৰিৰ আশাত বৈ থকা নাই। মেধাৱী ছাত্ৰ-ছাত্ৰীসকলে মেডিকেল, ইঞ্জিনিয়াৰিং পঢ়িবলৈ এৰিছে। একেদৰে সৈন্যবাহিনী, প্ৰশাসনিক সেৱা আদিৰ দৰে লোভনীয় পদৰ বাবেও প্ৰাৰ্থীৰ সংখ্যা উদ্বেগজনকভাৱে কমিছে। কাৰণ এটাই। গোলকীয় ঔদ্যোগীকৰণৰ বাবে মেধাৱী প্ৰাৰ্থীসকলে লাভ কৰিছে ভাবিব নোৱৰা দৰমহা, সা-সুবিধা। পাঁচ হেজাৰ কোটি টকাৰ গেছ ক্ৰেকাৰ উদ্যোগ এটাৰ সঠিক সিদ্ধান্ত লওঁতে অসমে যদি দুটা দশক পাৰ কৰিবলগা হয়, বহুজাতিক বিনিয়োগ তথা গোলকীয় ঔদ্যোগীকৰণৰ সপোন এইখন ৰাজ্যৰ বাবে সদায় সপোন হৈয়েই থাকিব।

পথ দুৰ্ঘটনা, হত্যা, মৃত্যু, অসম বন্ধ, প্ৰতিবাদ, অনশন, দিছপুৰ লাষ্টগেট— এনে বহু কথাৰ মাজেৰে আহিবলগা সাতত্ৰিশটা মাহ অসমৰ বুকুয়েদি কোবেৰে পাৰ হৈ যাব। তথাপি কথামতে কস্মিনকালেও কাম নোহোৱা ৰাজ্যখনত সাতত্ৰিশটা মাহৰ পাছত গেছ ক্ৰেকাৰ উদ্যোগটো আৰম্ভ হ'লে এক নতুন সম্ভাৱনাৰ আৰম্ভণি হ'ব বুলি অনুমান কৰিব পাৰি। কথাবিলাক সংশ্লিষ্ট সকলো পক্ষই গুৰুত্বসহকাৰে ল'লে সকলোৰে বাবেই মংগল!

পূৰ্বপ্ৰকাশ ঃ দৈনিক প্ৰতিধ্বনি/২০০৮

# ২৬।

# সোঁৱৰণিৰ এসাঁজ

পথৰ দুয়োকাষে কেৱল সেউজীয়া।

ক'লা এছ্ফাল্ট দিয়া ৰাষ্ট্ৰীয় ঘাইপথটোৰ দুয়োকাষে শাৰী শাৰী চাহগছৰ সেউজ অহংকাৰ। হয়, আমাৰ ৩৭ নম্বৰ ৰাষ্ট্ৰীয় ঘাইপথৰ কথাই কৈছোঁ। অসম চাহগছৰ ৰাজ্য। অসমৰ চাহৰ বাহিৰত সম্মান আছে। অতীজত চাহগছৰ পাত পানীত উতলাই বা কামুৰি চোবাই খোৱাৰ পৰা আজিলৈকে বিভিন্ন প্ৰক্ৰিয়াৰে প্ৰস্তুত কৰা চাহে আমাৰ সমাজ জীৱনত এক বিশেষ স্থান অধিকাৰ কৰিছে। পিছে, মনে বিচৰা চাহকাপ দেখোন বহুতেই বনাব নোৱাৰে বা নাজানে। আমিবোৰ স্কুলত পঢ়ি থকা দিনৰ কথা। শিৱসাগৰ জিলাৰ ভটিয়াপাৰত পেট্ৰ'ল ডিপোটোক কেন্দ্ৰ কৰি এখন 'লাইন হোটেল' (আজিকালি ধাবা শব্দটো বেছিকৈ চলে) খুলিছিল। থুলন্তৰ চেহেৰাৰ দুজন চৰ্দাৰজীয়ে হোটেলৰ সন্মুখৰ চৌকাত চাহ বনাইছিল। ৰঙা-বগা চেহেৰাৰ চৰ্দাৰজীয়ে বছৰটোৰ সৰহভাগ সময়তেই গেঞ্জী আৰু লুঙী পিন্ধি জলন্ত চৌকাৰ ৰঙা আঙঠাত চাহ, ৰুটি, তৰ্কা, মাংস বনাইছিল। স্কুলত সৰস্বতী পূজা বা কিবা উৎসৱ-পাৰ্বণ হ'লে ঘৰ সোমোৱা

সময়ৰ ক্ষেত্ৰত কিঞ্চিৎ স্বাধীনতা আছিল। সেই সুযোগতে ওপৰ শ্ৰেণীৰ আমি কেইজনমান মনে মনে ধাবালৈ গৈছিলো। চকুৰ আগত বনাই দিয়া ৰুটি-তৰ্‌কাৰ আমেজেৰে মন-প্ৰাণ ভৰাই লৈছিলো। ৰুটি-মাংস খাবলৈ মন থাকিলেও তিনি/চাৰিটাৰ সঞ্চিত পকেটমানিৰ দ্বাৰাও সেয়া সম্ভৱ নহৈছিল। সেয়ে ৰুটি-তৰ্‌কাৰে উদৰ পূৰোৱাৰ পাছত চাৰি-পাঁচোটাৰ মাজত দুকাপ চাহো লৈছিলো। গৰম গাখীৰৰ আদা দি বনোৱা সুগন্ধিত চাহ! আজিকালি ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষে কাষে বহুকেইখন ধাবা হ'ল। হাইৱে ধাবা, পাঞ্জাব ধাবা, নিউ পাঞ্জাব ধাবা, গঁগে ধাবা, কাৰেং ধাবা— কিমান যে ধাবা। আগতে কৈ অহা ভটিয়াপাৰতে কিজানি এতিয়া ছয়-সাতখন ধাবা হ'ল। পিছে ৰামো নাই অযোধ্যাও নাই। গুৱাহাটীৰ পৰা তিনিচুকীয়ালৈকে চাহগছৰ মাজে মাজে অসংখ্য ধাবা হ'ল, কিন্তু গাড়ীখন ৰখাই খাওঁ বুলিলেও মনে বিচৰা চাহকাপ পোৱাই নাযায় দেখোন! ক'ৰবাত বস্তাৰ পাউদাৰ গাখীৰ, ক'ৰবাত সস্তীয়া চাহপাত, ক'ৰবাত গৰুৰ গাখীৰৰ নামত টিউবৱেলৰ পানী মিহলি গাখীৰত বনোৱা চাহ নামৰ মিশ্ৰণ এটাকে লৈ সন্তুষ্ট হ'ব লাগে আমি অসম সন্তানবোৰ! অৱশ্যে আজিকালি ধাবা বুলিলে ভৰ দুপৰীয়াও চাহতকৈ সুৰাৰহে প্ৰাধান্য বেছি দেখা যায়।

সেই যে চৰ্দাৰজীয়ে বনোৱা বিশুদ্ধ গাখীৰৰ সুগন্ধিত চাহৰ স্মৃতি, তেনে বহু খাদ্যৰ স্মৃতিয়ে নিশ্চয়কৈ বহুজনকে আমনি কৰে! আজিকালি অসমত ভোজন বিষয়ক সাহিত্যকৰ্ম বেছ ঠন ধৰি উঠিছে। কেইবাজনো বিশিষ্ট ব্যক্তিয়ে অসমীয়া খাদ্য তথা ভোজনৰ বিষয়ে বেছ লোভনীয় ভাষাৰে বিভিন্ন কাকতে-পত্ৰই লিখি আছে। কিছুমান খাদ্যৰ স্মৃতি মনৰ মণিকোঠাত সদায় সজীৱ হৈ থাকে। তেনে এক লোভনীয় স্মৃতি হ'ল পঢ়ি অহা হোষ্টেলৰ খাদ্যৰ স্মৃতি।

ঊনৈছশ বিৰাশী চনৰ কথা।

হোষ্টেলত থাকোঁ। পুৱা আঠ বজাৰ পৰা ক্লাছ। ব্ৰেকফাষ্ট নাথাকে। ৰুমতে আগদিনা আনি থোৱা ব্ৰেড দুচকলমান আৰু চাহ একাপ খাই দৌৰ মৰা পেটটো দুপৰীয়া এঘাৰমান বজালৈ বেছ কল্‌মলাই উঠেগৈ। এঘাৰ বজাত প্ৰথম ছিমেষ্টাৰৰ ক্লাছবোৰ শেষ হয়। ৰুমত নোসোমোৱাকৈ বহুতে বাহিৰে বাহিৰে ডাইনিং হললৈ দৌৰে। দেওবাৰৰ বাদে দুপৰীয়া নিৰামিষেই থাকে। সেয়ে কেতিয়াবা হোষ্টেলৰ সন্মুখত বহা বেপাৰীটোৰ পৰা কণী এটা লৈ যোৱা হয়। পাকঘৰৰ মূল চৌকাত দাইল বা ভাজি গৰম হৈ থাকে। কাষৰ এটা অংশৰ পকা আওঠাত ৰান্ধনিয়ে অমলেট বনোৱা পাত্ৰত উতলা তেলত কণীটো ভাঙি অকণমান নিমখ ছটিয়াই এলুটি বা দুলুটি মাৰি কণীৰ গৰাকীৰ থালত পাকৈত হাতেৰে অমলেটটো দি দিয়ে। লগে লগে একেখন থালতে গৰম ধোঁৱাই থকা ভাত, পনীয়া মচুৰ দাইল আৰু এক শুকান ভাজি লৈ পৰম তৃপ্তিৰে এথাল ভাত খোৱা হয়। পকা আওঠাৰ ভাপত দুই মিনিটত বনোৱা সেই অমলেটৰ সোৱাদ আজিও ক'তো বিচাৰি পোৱা নাই। কেতিয়াবা নিজে ঘৰত যত্ন কৰোঁ, নহয়গৈ। ঠিক একেই এক

অমৃতময় সোৱাদ আছিল দেওবৰীয়া মাংসৰ জোলত। ঠিক ব্লেডেৰে কটাৰ দৰে কটা তিনি/চাৰি টুকুৰা মাংস। এবাটি জোল। বিলনীয়াক তেলতুল মাৰিলে কেতিয়াবা দুই/এটা টুকুৰা বেছিকৈ পৰে। তাৰে সৈতে গো-গ্ৰাসে একাঁহী ভাত খাই দৌৰোঁ দেওবৰীয়া মেটিনি শ্ব' চাবলৈ। প্ৰায় পঁচিশ বছৰেও স্নান কৰিব পৰা নাই বিচাৰিলেও এটুকুৰা মাংসও বেছিকৈ নোপোৱা সেই মাংস তৰকাৰীৰ লোভনীয় স্মৃতি।

আৰু এক পুৰণি স্মৃতি মনলৈ আহিছে। এয়া ওপৰত কোৱাবো আগৰ কথা। গড়গাঁও কলেজৰ বন্ধু এজনে নিমন্ত্ৰণ দিছিল হোষ্টেললৈ। কলেজ উইকত যাদুসম্ৰাট এম হুছেইনে মেজিক প্ৰদৰ্শন কৰিব। নিশা ফাংচনত। বন্ধু হোষ্টেল আৱাসী। যাদু প্ৰদৰ্শন শেষ হওঁতে নিশা একমান বাজিল। হোষ্টেললৈ ঘূৰি আহিলো। বন্ধুৰ হোষ্টেলত অলপ কথা চলে। সেয়ে ৰান্ধনিয়ে দুয়োলৈকে কমতেই ভাত ঢাকি থৈ গৈছে। পেটত ভোকৰ তাণ্ডৱ। কাঁহী লুটিয়াই দেখিলো, একেখন ঠালতে একাঁহীকৈ ভাত, ঠাণ্ডাত গোট মৰা দাইল আৰু কিবা এটা ভাজি। বন্ধুয়ে অকণমান ৰ'বলৈ কৈ বাকচটো খুলিলে। মোৰ অনুসন্ধিৎসু দৃষ্টিৰ সন্মুখেৰে উলিয়াই আনিলে এটা ডালমুতৰ পেকেট। জলা ডালমুতৰ সৈতে সেই পুহ মাহৰ নিশা খোৱা ঠাণ্ডা ভাত, গোট মৰা দাইল আৰু লেব্ৰা ভাজিৰ অপূৰ্ব সোৱাদ আজিও যেন জিভাত লাগি আছে! আমাৰ এগৰাকী চিকিৎসক বান্ধৱীৰ কথাটো আৰু আমোদজনক। বান্ধৱী খাদ্যৰসিক। সেয়া কটন হোষ্টেলত পঢ়ি থকা সময়ৰ কথা। কটন হোষ্টেলত সেই সময়ৰ মেনুত হেনো আছিল মচুৰ দাইল পটাত পিহি বনোৱা বৰ। ভাতৰ লগত দুটাকৈ দিয়ে। সেই বৰৰ সোৱাদ আজিও নাপাহৰাৰ কথাটো বাদেই, তাতোকৈ আমোদজনক কথাটো হ'ল, পঢ়ি থাকোঁতে বান্ধৱীয়ে হেনো ভাবিছিল, পঢ়াশুনা কৰি চাকৰি কৰিলে প্ৰথমেই দৰমহাৰ টকাৰে এসোপা মচুৰ দাইল কিনি মন ভৰাই সেই বৰ বনাই খাব! পিছে খুজিলেও দুটাতকৈ বেছি নিদিয়া সেই হোষ্টেলৰ মচুৰ দাইলৰ বৰৰ সোৱাদ বান্ধৱীয়ে হেনো হাজাৰ চেষ্টা কৰিও আনিব নোৱাৰিলে। সেই মচুৰ দাইলৰ বৰৰ কথা মনত পৰিলে এতিয়াও হেনো জিভাৰ পানী পৰে।

বহু যত্ন কৰিলেও নহয়গৈ। এল পি স্কুলৰ সৰস্বতী পূজাৰ লুচি, ৰহৰ দাইল আৰু ঘৰুৱা বন্ধাকবি-আলুৰ ভাজিখন, এটা কণী দুফালকৈ ঘৰখনৰ ছজন সদস্যালৈ তিনিটা কণীৰে বনোৱা মচলাবিহীন কণী তৰকাৰীখন, কেৱল এটুকুৰা মাছহে ভাগত পৰা কণ বিলাহী আৰু খুতৰা শাকৰ আঞ্জাখন বা স্কুলৰ পৰা ঘূৰি আহি পৰম তৃপ্তিৰে খোৱা ঠাণ্ডাভাত আৰু সেই মুহূৰ্তত গৰম কৰি দিয়া খৰিচা দি বনোৱা বৰালি মাছৰ তৰকাৰীখন— আজি হাজাৰ যত্ন কৰিলেও নহয়গৈ!

প্ৰতিজন মানুহেই হেনো একো একোটা দ্বীপ। সমাজত হাজাৰজনৰ মাজত থাকিলেও প্ৰতিজন মানুহেই এটা নহয় এটা মুহূৰ্তত নিঃসংগ। সেই নিঃসংগ মুহূৰ্তত মানুহে বিচৰণ কৰে নিজৰ মাজত। কোনোবা শৈশবলৈ ঘূৰি যায়, কোনোবাই কৈশোৰ, যৌৱনৰ

দুৱাৰডলিৰ বিস্মৃত অতীতত বিচৰণ কৰে। কিন্তু সেয়া বিজুলীৰ চমকনিৰ দৰে! কেৱল এটা মুহূৰ্তৰ বাবেহে। সেয়ে হয়তো স্মৃতিৰ মণিকোঠাত বৈ যোৱা কোনোবা সুখাদ্যৰ স্মৃতিয়েও কেতিয়াবা তোলপাৰ লগায়। অতীতলৈ ঘূৰি যাবৰ মন যায়। আজন্ম পৰিচিত সেই সুখাদ্যৰ স্মৃতি আৰু সুঘ্ৰাণ বিচাৰি ফুৰে। নাপায়— কাৰণ, এয়া সম্ভৱ নহয়। সেই স্মৃতি, সেই সুঘ্ৰাণ কেৱল সেই সময়ৰ বাবেহে প্ৰযোজ্য। আজিৰ তাৰিখত এয়া এক লোভনীয় স্মৃতি।

কিছুমান খাদ্যই কিছু বিশেষ পৰিৱেশতহে সুস্বাদু ৰূপ লয়। গাঁৱৰ ভোজত বনোৱা পঠাৰ মঙহৰ তৰকাৰী, মাছ দিয়া দাইল, লেব্ৰা ভাজিৰ সোৱাদ সদায় অমৃতসম হয়। অসমৰ বহু ঠাইত কালিপূজাৰ কিছু কিছু পেণ্ডেলত প্ৰসাদ হিচাপে খিচিৰি আৰু লেব্ৰা ভাজি দিয়ে। তেনে এক পেণ্ডেলৰ খিচিৰি আৰু ভাজি খোৱাৰ পাছত ঘৰত সেই লেব্ৰা ভাজি বনাবলৈ যত্ন কৰিছিলো। পাচলি একেবোৰেই আছিল, পিছে ঘৰৰ লেব্ৰা ভাজিয়ে কোনোপধ্যেই সেই ৰূপ নল'লৈগে। এইবাৰ মাঘৰ বিহুত চুবুৰীয়া বন্ধু এজনৰ নিমন্ত্ৰণক্ৰমে তেখেতৰ গাঁৱৰ ঘৰলৈ দিনত মাঘৰ বিহুৰ ভোজ খাবলৈ গৈছিলো। আমি যোৱা অকণমান পলম হৈছিল। ইতিমধ্যে ৰাইজ ভোজৰ পাতত বহিছিলেই। গাঁৱৰ ওচৰৰে পথাৰত এক পৰিষ্কাৰ-পৰিচ্ছন্ন পবিত্ৰ পৰিৱেশৰ এগচি বন্তি লগাই প্ৰস্তুত কৰা খাদ্য ভগবানৰ নামত আগ কৰি থৈছিল। গএগ্ৰা ৰাইজ, এজন এজনকৈ বিভিন্ন কাৰণত ৰাইজৰ আশীৰ্বাদ লোৱাৰ পাছত বিলনীয়াইও আশীৰ্বাদ লৈ ভাগে ভাগে বিলাবলৈ ল'লে। (সাধাৰণতে দেখাৰ দৰে ৰাইজৰ এজনকো বিহু বুলিয়ে এটুপি ধৰাও নেদেখিলো।) পেটত তেতিয়া ভোকে আমনি কৰিছে। বিলনীয়াই দি গ'ল— নতুন চাউলৰ সুগন্ধিত ভাত, ধোঁৱাই থকা দাইল, গাঁৱৰে বন্ধাকবি-আলুৰ ভাজি, প্ৰচুৰ জলকীয়াৰে অলপ মাংসসহ বনোৱা 'জলা' নামৰ এক ব্যঞ্জন, আৰু অমিতা, কোমোৰা, আলু, কবি আদিৰে বনোৱা হাঁহৰ মাংসৰ ভজা। পথাৰৰ প্ৰাকৃতিক পৰিৱেশত, গাঁৱৰ ৰাইজৰ পবিত্ৰ আন্তৰিকতাভৰা অতিথি শুশ্ৰূষাৰ আমেজত, সেই সুগন্ধিত খাদ্যই পেটৰ লগতে মনৰ ভোকো গুচাইছিল। চহৰীয়া কৃত্ৰিমতাৰ মাজৰ একেই গ্ৰেভিযুক্ত ক'ৰ পনীৰ বাটাৰ মচলা, চিকেন মাঞ্চুৰিয়ান আৰু ক'ত আমাৰ আদৰৰ কলপাতত, মুখত গামোচা মাৰি বিলনীয়াই আন্তৰিকতাৰে বিলাই দিয়া পঠাৰ মঙহৰ তৰকাৰী, হাঁহৰ মঙহৰ ভজা, নতুন চাউলৰ গৰম ধোঁৱাবলি থকা ভাত, অমিতা দিয়া থপ্‌থপীয়া ৰহৰ দাইল আৰু বাৰীৰ পাচলিৰ লেব্ৰা ভাজিৰ সোৱাদ! তুলনা নহয়।

সেয়ে হয়তো পঞ্চতাৰকা হোটেলৰ বিলাসবহুল মেনুৰ প্ৰাচুৰ্যৰ মাজতো কোনোবা মাল্টিনেশ্যনেল কোম্পানীৰ জ্যেষ্ঠ কাৰ্যবাহীৰ মনৰ পৰা আঁতৰি নাযায় টিপচাকিৰ টিম টিম পোহৰত কেঁচা মজিয়াত বহি খোৱা আইৰ হাতৰ অভাৱজৰ্জৰিত অথচ মৰমৰ প্ৰাচুৰ্যৰে বনোৱা সুখাদ্যৰ নষ্টাল'জিক স্মৃতি। প্ৰাচুৰ্যৰে ভৰা পাৰ্টিৰ ককটেইল ডিনাৰৰ চিকেন বাটাৰ মচলা, ডাল বাটাৰ ফ্ৰাই, পনীৰ পচন্দ, মাটন দো পিয়াঁজাৰ আবেদন

ত্যাগ কৰি পাৰ্টিৰ শেষত ঘৰত আহি অকণমান জহা চাউলৰ নিসনীয়া ভাত, দুটা আলু আৰু এটা কণীসিদ্ধ, অকণমান নিমখ, অলপ কেঁচা মিঠাতেল আৰু এটা কেঁচা জলকীয়াৰে খাই, বহুতেই শান্তিৰ উশাহ লয়!

হয়তো এয়াই কাৰোবাৰ বাবে নষ্টালজিক খাদ্য— কাৰোবাৰ বাবে শুই থকা অতীতৰ স্মৃতিচাৰণ!

হয়তো এয়া শিপাৰ টান! যাৰ বাবে হত্যা, হিংসা, ইনক্লাব জিন্দাবাদ, নিষ্ঠুৰতা আদিৰ মাজতো আমি ক'ব পাৰোঁ আমি মানুহ— মাটিৰ মানুহ!

পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ২৩ আগষ্ট/২০০৮

## ২৭।

# লোনধাৰ

শব্দটো আচহুৱা। বহুতৰ বাবে হয়তো কেতিয়াও নুশুনা শব্দ। হেমকোষ, চন্দ্ৰকান্ত... ক'তো নথকা কিনো বস্তু এইটো? শব্দটোৱে আন একো বুজোৱা নাই— ঠিক আপুনি ভবাৰ দৰে ধাৰ বা ঋণৰ কথাহে বুজাইছে। এসময়ত বলধেৰে খেতি কৰা ঘৰত পুতেকে বেংকৰ ঋণ লৈ পাৱাৰটিলাৰ লওঁতে সহজ-সৰল বাপেকে লগৰজনক যহাইছিল— 'আমাৰ সি বেংকৰ পৰা 'লোনধাৰ' লৈ 'পাৱাটিলা'খন কিনিলে বুলি। এসময়ত বেংকৰ ঋণ পোৱাটো বৰ কষ্টকৰ আছিল। আজিকালি দুচকীয়া বা চাৰিচকীয়া বাহন কিনিবলৈ ঋণ পাবলৈ অতি সহজ। পিছে সিদিনা ক'ৰবাত পঢ়িলো— অসমৰ শতাধিক বেংকৰ শাখাই আজিলৈকে হেনো এপইচাও ঋণ দি পোৱা নাই। গোটেই কথাখিনিৰ এটা সমূহীয়া অস্ত্ৰোপচাৰ কৰা যাওক।

এটা কথা সততে শুনা যে যায় বেংক বা বিত্তীয় প্ৰতিষ্ঠানসমূহে অসমীয়া ব্যৱসায়ীক সহজে ঋণ নিদিয়ে। অথবা এই প্ৰতিষ্ঠানসমূহে থলুৱা নবীন উদ্যোগীক ঋণ প্ৰদানত হেমাহি কৰে। এই কথা লৈ কোনো কোনো সংস্থা বা সংগঠনে মাত মতাও শুনিছোঁ।

সিদিনা বাতৰি কাকতত উল্লিখিত শতাধিক বেংকৰ শাখাই আজিলৈকে এপইচাও ঋণ আগ নবঢ়োৱা কথাটোৱে এইবোৰ মতামতৰ কিছু শতাংশ সঁচা বুলি ভাবিবলৈ বাধ্য কৰায়। কিন্তু বেংক বা বিত্তীয় প্ৰতিষ্ঠানসমূহ এশ শতাংশই ব্যৱসায়িক অনুষ্ঠান। এনে অনুষ্ঠান কেৱল তথ্যৰ ওপৰতহে বিশ্বাসী। এওঁলোকৰ ব্যৱসায়ত আৱেগ, অনুভূতি বা সমাজ উদ্ধাৰৰ কথা নাই। ঋণ দিছোঁ, সুত সহিত নিৰ্দিষ্ট সময়ত ঘূৰাই দিয়া। নহ'লে! যদি সময়মতে ভালকৈ ধন ঘূৰাই দিব পাৰিছে আকৌ লওক, ব্যৱসায় বৃদ্ধি কৰক। বেংকৰ নিৰ্ধাৰিত সুত, মূলেৰে সৈতে ঘূৰাই দিয়ক— চক্ৰবৎ ঘূৰি থাকক। কথাটো ক'বলৈ সহজ। বেংকৰ ধাৰ লৈ ব্যৱসায় কৰি সময় মতে ঋণ উভতাই দিয়া কথাটো ইমান সহজ হোৱা হ'লে সকলোৱেই দেখোন সফল ব্যৱসায়ী হ'লহেঁতেন! ব্যৱসায়ৰ সফলতা-বিফলতাৰ আলোচনা পিছলৈ থৈছোঁ। আমাৰ এই লেখাৰ উদ্দেশ্য 'লোনধাৰ' লোৱা আৰু 'লোনধাৰ' দিয়া সকলৰ বিষয়ে আলচ কৰাহে। ফালৰি কাটি নাযাওঁ।

বিত্তীয় প্ৰতিষ্ঠানে ঋণ দিয়াৰ আগতে লওঁতাজনৰ কেইবাটাও কথা জানি লয়। তাৰ ভিতৰত লওঁতাৰ ঘূৰাই দিব পৰা সামৰ্থ্য, ঋণৰ বিপৰীতে বন্ধক দিব পৰা সমমূল্যৰ বা ততোধিক মূল্যৰ সম্পত্তি, সামাজিক স্থান, চলিত ব্যৱসায়ৰ তিনি-চাৰি বছৰৰ খতিয়ান, বেংক বা বিত্তীয় প্ৰতিষ্ঠানৰ লেনদেনৰ তথ্যপাতি, বেকগ্ৰাউণ্ড ইত্যাদি। এই সকলোবোৰ ঠিক থাকিলে আপুনি ঋণ পোৱাৰ বাবে হয়তো যোগ্য বিবেচিত হ'ব। ইয়াৰ লগতে আকৌ আপুনি আৰম্ভ কৰিব খোজা ব্যৱসায়ৰ মুঠ খৰচৰ সম্পূৰ্ণ শতাংশ বেংকে নিদিয়ে। কমপক্ষেও পঁচিশ শতাংশ ইতিমধ্যেই আপুনি খৰচ কৰিব পৰা সামৰ্থ্য আপোনাৰ থাকিব লাগিব।

এতিয়া কথা হ'ল— যদি ওপৰত উল্লিখিত কথাবোৰৰ এটাও আপোনাৰ নাই, আপোনাৰ প্ৰতিভা, কাম কৰাৰ শক্তি, বজাৰ বিশ্লেষণৰ মেধা বা ব্যৱসায় কৰাৰ উদ্যম, এই সকলো থাকিলেও আপুনি ঋণ পাবৰ উপযুক্ত বিবেচিত নোহোৱাৰ সম্ভাৱনাই অধিক। উদাহৰণ দিব পৰা লাখজনৰ মাজৰ এজন উদ্যোগীয়ে হয়তো বেংক বা বিত্তীয় প্ৰতিষ্ঠানৰ ঋণ পোৱাৰ মাপকাঠিৰ দেওনা পাৰ হৈ নিজস্ব প্ৰতিভাৰে উদ্ভাসিত হৈছে; কিন্তু সেয়া এপাচি শাকত এটা জালুকৰ দৰে। কিন্তু চৰকাৰী নিযুক্তিৰ সীমাবদ্ধতাৰ মাজত সৰহ সংখ্যকেইতো ব্যৱসায়-বাণিজ্য কৰিয়েই জীৱিকা চলাব লাগিব। কিন্তু ক'ত পাব তাৰ বাবে দৰকাৰী মূলধন! দুচকীয়া, চাৰিচকীয়া বাহনৰ বাবে ঋণ দিবলৈ দুৱাৰে দুৱাৰে টোকৰ দি ফুৰা ৰাষ্ট্ৰীয়কৃত বা আন ব্যৱসায়িক বিত্তীয় প্ৰতিষ্ঠানসমূহে যিদৰে নীতি-নিয়ম নিশাটোৰ ভিতৰতে সলনি কৰি সৰহ সংখ্যক চাকৰিজীৱী/ব্যৱসায়ীক উৎপাদনবিহীন, লাভ নথকা ঋণ প্ৰদান কৰি ৰাতিটোৰ ভিতৰতে এক ঋণগ্ৰস্ত মানুহলৈ পৰিৱৰ্তিত কৰিছে, যাৰ মূল বা সুত ঘূৰাই দিবলৈ মধ্যবিত্ত বা নিম্ন মধ্যবিত্তৰ সংসাৰত আউল লাগিছে, এনে প্ৰতিষ্ঠানসমূহে সিমান পৰিমাণৰ ঋণ মধ্য বা ক্ষুদ্ৰ ব্যৱসায়িক নীতি-নিয়ম কিছু শিথিল কৰি, একেদৰে উৎপাদনমুখী ঋণ প্ৰদান কৰিলে সকলোৱে

মংগল হ'ব। অসমীয়া মানুহে ব্যৱসায় কৰিবলৈ আৰম্ভ কৰা বেছিদিন হোৱা নাই। জটিল ব্যৱসায়িক যুদ্ধত অনভিজ্ঞ, তথা অভিমানী বা ঋণাত্মক ইগ'ৰে মূৰ তুলি থকা আমিবোৰে উঠোঁতে-বহোঁতে 'হয় হুজুৰ' কৰিব নোৱৰাটোও ব্যৱসায়ৰ অসফলতাৰ আন এটা কাৰণ! ব্যৱসায়েই যদি সফল নহয়, ঋণ ক'ৰ পৰা ঘূৰাই দিব? কিন্তু ইয়াৰ বাবে ঋণ প্ৰদানকাৰী সংস্থাসমূহৰো দায়িত্ব কেৱল সুতে-মূলে ঋণ ঘূৰাই দিবলৈ চোকাটেকেলা বা চমন পঠিওৱাতেই শেষ হোৱা অনুচিত। অনভিজ্ঞ, ঋণ লৈ ব্যৱসায় কৰা লোকক সঠিক সময়ত, সঠিক প্ৰশিক্ষণ, ঋণৰ ধন কৃপণৰ দৰে খৰচ কৰাৰ কৌশল, জটিল তথা বৃহৎ গোষ্ঠীৰ অনৈতিক প্ৰতিদ্বন্দ্বিতাৰ পৰা উদ্ধাৰ পোৱাৰ কাৰিকৰী কৌশল, বিত্তীয় প্ৰতিষ্ঠানৰ লগতে বিভিন্ন চৰকাৰী বিভাগৰ কাৰিকৰী লেনদেন আদি সকলো বিষয় সামৰি— প্ৰতিটো ঋণ প্ৰদানকাৰী সংস্থাই প্ৰতিজন ঋণ লওঁতাক ব্যক্তিগত উদ্যোগ লৈ নিয়মিত ৰূপত প্ৰশিক্ষণ দিয়া উচিত। এই কথাবোৰ আন্তৰিকতাপূৰ্ণ হ'ব লাগে। কেৱল ফাইলৰ নোটত সীমাবদ্ধ থাকিব নালাগে। বেংক বা বিত্তীয় প্ৰতিষ্ঠানসমূহ মূলতঃ আমি দিয়া সুতৰ ধনৰ ওপৰতে নিৰ্ভৰশীল। এয়া তেওঁলোকৰ ব্যৱসায়। যিদৰে আন ব্যৱসায়ত কেতিয়াবা ব্যৱসায়ীয়ে লোকচানৰ মুখ দেখে— এওঁলোকেও ক'ৰবাত লোকচানৰ মুখ দেখা স্বাভাৱিক। কিন্তু দুই/চাৰিটা লোকচানৰ উদাহৰণ লৈ ঋণ প্ৰদান কৰা কাৰ্যসমূহ সৰলীকৃত (Generalised) কৰা অনুচিত। তদুপৰি এনে প্ৰতিষ্ঠানসমূহৰ সামাজিক দায়বদ্ধতাও আছে। যি সময়ত বেংকৰ কোটি টকা ঋণ লৈ আৰম্ভ কৰা ব্যক্তিগত খণ্ডৰ বিভিন্ন ব্যৱসায়িক প্ৰতিষ্ঠানসমূহক সামাজিক দায়বদ্ধতাৰ বাবে ৰেহাই মূল্যত সেৱা বা সামগ্ৰী প্ৰদান কৰাৰ কথা কোৱা হৈছে বা বহুতে কৰি আছে, তেনেস্থলত বেংক বা বিত্তীয় প্ৰতিষ্ঠানসমূহে ৰেহাই হাৰত ঋণ প্ৰদান কৰাত বাধা ক'ত? দুয়োটাইতো ব্যৱসায়। চমুকৈ ক'বলৈ গ'লে বিত্তীয় প্ৰতিষ্ঠানসমূহে ক্ষুদ্ৰ তথা মধ্যমীয়া ব্যৱসায়ীসকলক ঋণ প্ৰদান কাৰ্যসূচী অলপ খৰতকীয়া আৰু সৰল কৰা উচিত। বিশেষকৈ উৎপাদনমুখী ঋণৰ ক্ষেত্ৰত। যদি এনে প্ৰতিষ্ঠানসমূহে মাহেকৰ দৰমহাৰে শেষৰ দিনকেইটাও নোজোৰা মানুহক উৎপাদনবিহীন, লাভহীন বাহন ক্ৰয়ৰ বাবে একেদিনাই ঋণ দিব পাৰে— ব্যৱসায় কৰিবলৈও দিব পাৰিব লাগিব। চকুৰ আগত দহজনে যদি ঋণৰ ধনৰ সদ্ব্যৱহাৰ কৰি নিজৰ ব্যৱসায় বঢ়োৱা দেখে— এঘাৰ নম্বৰজনে এদিন নহয় এদিন শিকিবই।

একেদৰে এইবাৰ 'লোনধাৰ' লোৱাসকলৰ কথা আলচ কৰোঁ। ঋণ ল'লে ঘূৰাই দিবই লাগিব, এয়া অমোঘ সত্য। ঋণৰ ধনেৰে কৰা ব্যৱসায়ৰ সিংহভাগ বিত্তীয় প্ৰতিষ্ঠানক ঘূৰাই দিবই লাগিব। ঋণৰ ধনেৰে ঘিউ-মৌ খাবলৈ ল'লে বা বিক্ৰীৰ সমুদায় ধন লাভ বুলি ধৰিলে সেই ব্যৱসায়ত ৰঙা লাইট জ্বলিবই। আমিবোৰ বণিজৰ হিচাপত কেঁচা। কিন্তু এই সান্ত্বনাবাণী আমাৰ ধ্বংসৰো মূল কাৰণ। আমি সকলোৱে যদি আন সফল ব্যৱসায়ীগোষ্ঠীৰ আদৰ্শৰে (ডাবি-ধমকি, দাদাগিৰি বাদ দি) ঋণৰ ধন

ঘূৰাই দিওঁ বা দিবলৈ যত্নপৰ হওঁ, বিত্তীয় প্ৰতিষ্ঠানবোৰে নিশ্চয় বুজি পাব আৰু আমাৰ জাতিগত চেকাও লাহে লাহে আঁতৰি যাব। ব্যৱসায় কৰিবলৈ লোৱা ধনেৰে যদি হিৰ'হোণ্ডা পালছাৰ কিনিবলৈ যাওঁ— ঋণৰ ধন সুতসহ ক'ৰ পৰা ঘূৰাই দিম। এইদৰে ঘূৰাই নিদিয়া ঋণ লওঁতাৰ সংখ্যা যেতিয়া ঘূৰাই দিয়াৰ সংখ্যাতকৈ বাঢ়ি যায়, বিত্তীয় প্ৰতিষ্ঠানসমূহৰ ঋণাত্মক মনোভাব নিশ্চয়কৈ বাঢ়ি যায়। ফলস্বৰূপে থলুৱা, বহিৰাগত, পুঁজিপতি, বণিকগোষ্ঠী জাতীয় শব্দ প্ৰয়োগেৰে ইনক্লাব জিন্দাবাদ কৰাৰ বাদে আমাৰ আন উপায় নাথাকেগৈ।

আমাৰ দৰেই শাৰীৰিক অৱয়বৰ (এটা মূৰ, দুখন ভৰি, দুটা চকুৰ নৰমনিচৰ কথা কৈছোঁ) খেনোৱে 'লোনধাৰ' লৈয়েই ব্যৱসায়ৰ সাম্ৰাজ্য গঢ়িছে, আমি নোৱাৰিম কিয়! অৱশ্যে লওঁতা আৰু দিওঁতা দুয়োপক্ষই বজাৰ সম্পৃক্তকৰণ হ'ব পৰা ব্যৱসায়ৰ বাবে, যেনে, নাইট ছুপাৰ মানে কেৱল ঘৰে ঘৰে নাইট ছুপাৰ, পি চি অ' বা জেৰক্স জাতীয় ঋণ লৈ বা প্ৰদান কৰি পাছত হতাশাত ভুগিবলগা নোহোৱা ভাল।

'সুখ নাই সুখ নাই ক'তো ধৰুৱাৰ ...' আপ্তবাক্যশাৰী আজিকালি ষোলঅনাই সত্য নহয়। স্বনিয়োজনৰ বাবে ঋণ ল'ব লাগিবই। পৃথিৱীত এনে কোনো বৃহৎ ব্যৱসায়ী নাই যি ঋণ নোলোৱাকৈ ব্যৱসায়ৰ প্ৰসাৰ কৰিছে। কিন্তু পাৰ্থক্য মাত্ৰ এটাই— এনে ব্যৱসায়ী গোষ্ঠীয়ে কঠোৰ পৰিশ্ৰম কৰি ঋণৰ ধনৰ প্ৰতিটো পইচা কৃপণৰ ধনৰ দৰে খৰচ কৰিছে আৰু নিৰ্দিষ্ট সময়ত সুতে-মূলে ঘূৰায়ো দিছে।

'লোনধাৰ' লৈ সফল আৰু 'লোনধাৰ' লৈ বিফল ব্যৱসায়ীৰ পাৰ্থক্য তাতেই!

পূৰ্বপ্ৰকাশ ঃ দৈনিক জনসাধাৰণ, ২৮ ছেপ্টেম্বৰ/২০০৮

# ২৮।

## আসুৰিক আনন্দ!

ৰমক-জমককৈ ফুলি থকা ফুলনিখনৰ ৰাস্তালৈ ওলাই থকা ধুনীয়া ফুলকেইপাহ ছিঙি তাতেই পেলাই থৈ যোৱা আনন্দৰ(?) কথা লিখিব খুজিছোঁ!

বাৰ-তেৰ বছৰমানৰ আগৰ কথা। বেংকলৈ দুমাহমান দৌৰাদৌৰি কৰি প্ৰিমিয়াৰ পদ্মিনী এখন কিনিলো। নতুন গাড়ী। ৰঙটোও মোৰ পচন্দৰ। শুধ বগা। বজাৰত অৱশ্যে তেতিয়া মাৰুতিৰ আধিপত্য আৰম্ভ হৈ গৈছে। নতুন গাড়ী যদিও মানুহে কয়— ফিয়েট কিনিলে যে, মাৰুতি নল'লে কিয়? নতুন গাড়ী নিজেই ধুওঁ। দেওবাৰে দেওবাৰে ললিত বোলা মানুহ এটা আহে। কেটেং-মেটেং মানুহটো পিছে গাড়ী ধোৱাত ভাল। চুক-কোণ বাকী নৰখাকৈ চাফা কৰে। দুই-এটা নিৰ্দেশ এনেয়ে দিওঁ। নিজেও জানো— মোতকৈ অন্ততঃ সি বেছি ভালকৈ গাড়ী ধুব জানে। সিও হয়তো এনেই মোৰ কথা শলাগে। কামটো কিন্তু নিজৰ মতেই কৰে। আবেলি পৰলৈ পলিচ-চলিচ কৰি গাড়ীখন চিক্‌চিকিয়া কৰি দিয়ে। এনে এটা দেওবাৰে গাড়ী ধোৱাই-মেলি জ্যোৎস্না হললৈ ওলালো। পৰিয়ালসহ। কিবা হিট চিনেমা এখন আছিল সম্ভৱতঃ। হলৰ চৌহদৰ

ভিতৰৰ তামোল-পাণৰ দোকানখনৰ কাষতে গাড়ীখন থৈ সোমালো। ইণ্টাৰভেলত কিবা এটা কিনিবলৈ আহি দেখিছোঁ— শুধ বগা ধুই থোৱা গাড়ীখনৰ বনেটত কোনোবাই পিকাই ৰঙা কৰি থৈছে। বনেটৰ প্ৰায় আধা অংশই সেই শুভাকাংক্ষীৰ খয়েৰ লগাই খোৱা এশ বিশ জৰ্দা পাণৰ ডাঠ মেৰুণ ৰঙৰ দাগেৰে পূৰ্ণ। কাক ক'ব, কোনে শুনিব। এয়া কাৰোবাৰ আসুৰিক আনন্দৰ প্ৰকাশ। ধুই থোৱা বগা গাড়ী— তাত পিক পেলাই যোৱাজনৰ মানসিক অৱস্থা কেনে হ'ব পাৰে সেয়া বুজাই লিখিব নালাগে। কিন্তু কিয় এনে হয়!

সমাজত বহুক্ষেত্ৰত এনে আসুৰিক আনন্দৰ প্ৰকাশ দেখা যায়। কোনোবা অনুষ্ঠানৰ সফলতা কামনা কৰি কোনোবাই বহু কষ্টেৰে তোৰণ এখন সাজিব। সেইখনৰ বাবে পৰিকল্পনা কৰা, পৰিকল্পনা মতে তোৰণখন সজাবলৈ উপযুক্ত মানুহ বিচৰা, প্ৰয়োজনীয় সামগ্ৰী স্থানীয়ভাৱে নাপালে ক'ৰবা নহয় ক'ৰবাৰ পৰা সংগ্ৰহ কৰা, এই সকলোবোৰতে যথেষ্ট পৰিশ্ৰম হয়। ইয়াৰ লগত ধনৰাশিৰ কথাটো আছেই। এই সকলোবোৰ হৈ যোৱাৰ পাছত নিশাটোৰ ভিতৰতে কেতিয়াবা কেইজনমান মানুহ নামধাৰীৰ আৱিৰ্ভাব হয়। এওঁলোকৰ বহুক্ষেত্ৰতে সংশ্লিষ্ট কোনো পক্ষৰ লগতে কোনোধৰণৰ লেনা-দেনা নাই। তথাপি ছেগ চাই মানুহ নথকাৰ (মানে ৰখীয়া নথকাৰ) সুযোগ লৈ ধুনীয়াকৈ সজাই থোৱা তোৰণখনত জাপিকেইটাকে ছিঙি-ভাঙি পেলাব, কাষতে সজাই থোৱা ফুলৰ টাবকেইটাতে গোৰ দুটামান মাৰিব, সহজে এৰুৱাব পৰা সাজসজ্জাখিনিৰ যিমান পাৰে অনিষ্ট কৰিব। মুঠতে তেওঁলোকৰ বাবে এয়া আনন্দৰ কথা। আসুৰিক আনন্দত মত্ত থকাৰ সময়ত এওঁলোকে সমাজৰ কথা একেবাৰে পাহৰি যায়। এনে কাৰ্যৰ পৰা তেওঁলোকৰো ব্যক্তিগত একো লাভ নহয়। বৰঞ্চ নিজৰ অঞ্চলটোৰ বদনামহে হয়। তথাপি এচামে এই কাৰ্যৰ পৰা যথেষ্ট আত্মসন্তুষ্টি লাভ কৰে।

আমাৰ ভোগালী বিহুৰ পূৰ্বৰ মেজি ৰখা নিশা আৰু আৰ-তাৰ বাৰীৰ পৰি থকা কাঠ, বাঁহ, কবি, মূলা, লাই, চুৰ কৰি আনি মেজিৰ কাষত পুৰি বা আন উপায়েৰেও খোৱাৰ এক পৰম্পৰা আছে। আগতে এয়া কাৰোবাক বিশেষ অনিষ্ট নকৰাকৈ কৰা এক নিৰ্দোষ আনন্দ আছিল। গৃহস্থয়ো আমোদ পাইছিল। ঘৰৰ শাক-পাচলি, জেওৰা-জপনা ৰখাৰ নামত গৃহিণীয়ে বনাই থকা পিঠাপনাৰে চাহ খাই জুই পুৱাই থকাৰ আমেজ আছিল। তাৰ মাজতে চুৰুৰীয়া অঘাইটংকেইটাই পৰম্পৰা ৰক্ষা কৰি কামফেৰাও সমাপন কৰিছিল। পিছে আজিকালি কথাবোৰ বেলেগ হ'ল। মেজিৰ আগনিশা চুৰি কৰি খোৱাৰ নিৰ্দোষ আনন্দ নাইকিয়া হ'ল। আজিকালি এই পৰম্পৰাৰ নামত গৃহস্থৰ জেওৰা-জপনা, বাৰীৰ পাচলি নিয়াৰ নামত খেনোৱে গোটেইখনকে তহিলং কৰি যায়। একো নাপালে ফুলৰ টাবকেইটাকে ভাঙি-ছিঙি থৈ যায়। গৃহস্থই গম পালেও ওলাই আহিবলৈ সাহস নকৰে। কাৰ হাতত বা কি আছে কোনে জানে। গতিকে ঈশ্বৰপ্ৰদত্ত জীৱনটো ৰক্ষা কৰাই ভাল বুলি জানি-শুনিও ভিতৰতে থাকে। উৎসৱৰ

নির্মল আনন্দবোৰ খেনোৰ আসুৰিক আনন্দৰ বাবে মোলান পৰে!

লাইব্ৰেৰীৰ মূল্যবান গ্ৰন্থখনৰ মূল্যবান একোটা অধ্যায় ফালি লৈ নিজৰ উদ্দেশ্য সিদ্ধি কৰাও একপ্ৰকাৰ এনে জাতীয় কাৰ্যই। কিমান যে উদাহৰণ দিব পাৰি! কেইদিনমানৰ আগত চূণৰ কাম কৰি যোৱা ৰাজহুৱা ভৱনটোৰ বেৰখনত পিকোৱা, খাই থকা চুইংগামটো চিনেমা হলৰ ছিটটোত লগাই থৈ অহা, পাৰ্কিং জ'নত ৰখাই থোৱা গাড়ীখনত ব্লেডেৰে ঘা লগোৱা, ৰাস্তাৰ ঢাকনি নথকা নিয়ন লাইটকেইটাত শিলগুটি মাৰি অৰ্জুনৰ লক্ষ্যভেদৰ পৰম্পৰা ৰক্ষা কৰা, প্ৰেক্ষাগৃহৰ আসন, সভাত মতভেদ হ'ল বুলিয়েই ভাঙি চুৰমাৰ কৰা— এনে বহু উদাহৰণেৰে পৃষ্ঠা ভৰাই দিব পাৰি। এয়া আসুৰিক আনন্দৰ বহিৰ্প্ৰকাশ। এওঁলোকেও জানে— অনিষ্ট কৰা সম্পদৰ লগত এওঁলোকৰ নিজৰ সমাজৰ উপকাৰৰ কথাহে জড়িত। তথাপি এইসকলৰ মন নভৰে। এনে অপকাৰী, সমাজবিৰোধী কাম কৰি এই জাতীয় লোকসকলে অন্তৰত এক আচৰিত তৃপ্তি লাভ কৰে। ইয়াৰ প্ৰকৃত তথা বৈজ্ঞানিক কাৰণ মনঃতত্ত্ববিদসকলে নিশ্চয় জানে।

কিন্তু হ'ল বুলিয়েই, এওঁলোকৰ নিকৃষ্ট আত্মতৃপ্তিৰ বাবে এনে অনৈতিক কাৰ্যতো সদায় হৈ থাকিবলৈ দিব নোৱাৰি। শিক্ষাৰ প্ৰসাৰ আৰু সমাজ সচেতনতা বৃদ্ধিৰ দ্বাৰাই যে কেৱল এনে অসুৰবোৰক নিয়ন্ত্ৰণ কৰিব পৰা যাব, সেয়াও বৰ মনে নধৰে। সকলোৱেতো কথাবোৰ বুজি পায়েই, তথাপি এনে কিয় হয়। অনুশাসন— কঠোৰ অনুশাসনৰ প্ৰয়োজন। আপোনাৰ কষ্টেৰে গঢ় দিয়া অনুষ্ঠানটোৰ কোনোবাই বিনাকাৰণত অনিষ্ট সাধন কৰিছে, দোষীৰ বাবে তৎকালীন আইনগত কঠোৰ শাস্তিৰ বিধান থকা উচিত। উন্নত দেশবোৰত আইনৰ শাসন কঠোৰভাৱে পালন কৰা হয়। সামাজিক শৃংখলা ভংগ বা ৰাজহুৱা স্থান বা সম্পত্তিৰ হানি-বিঘিনি কৰাজনৰ বাবে কঠোৰ শাস্তি বা জৰিমনা তৎকালিনভাৱে প্ৰদান কৰাৰ ব্যৱস্থা আছে আৰু আইনৰ ৰক্ষকসকলেও এই সকলো আসোঁৱাহ নথকাকৈ পালন কৰে। শাস্তিৰ ভয়তে মুখত জৰ্দাপাণ খাই য'তে-ত'তে পিকেৰে ফুল বছাজনেও বিদেশলৈ গ'লে পৰাপক্ষত পাণেই নাখায়, খালেও ভুলতো ক'তো পিক পেলোৱাৰ দৰে দুঃসাহস নকৰে! এয়া সম্ভৱ হয় কেৱল কঠোৰ শাসন ব্যৱস্থাৰ বাবে।

বহুদিনৰ আগেয়ে খুব সম্ভৱতঃ ডাঃ বিকাশ বৰুৱাই 'বন্ধ প্ৰদেশ' বুলি (অলপ অলপ পাহৰিছোঁ) ব্যংগ ৰচনা এখন লিখিছিল। তাৰ পাছতো অসম বন্ধৰ বিৰুদ্ধে হাজাৰ হাজাৰ শব্দ লিখা হ'ল, পিছে কোনো সংগঠনেই বন্ধ কাৰ্যসূচী ঘোষণা নকৰো বুলি শপত নল'লে। সকলোৱে জানে, বন্ধ কাৰ্যসূচী জনতাৰ স্বাৰ্থৰ পৰিপন্থী, নিষ্কৰ্মা, কানীয়া আৰু ধোদসকলৰ বাদে কোনোৱে দৈনন্দিন জীৱনৰ ওপৰত হঠাতে জাপি দিয়া বন্ধ সমৰ্থন নকৰে। তদুপৰি বন্ধ ঘোষণাৰ দ্বাৰা কোনো সংগঠনৰে দাবী চৰকাৰে মানি লোৱাৰো কোনো নজিৰ নাই। সকলো জানি-বুজিও ঘোষণা কৰি থকা ঘণ্টাৰ পিছত ঘণ্টাজোৰা বন্ধবোৰো বাৰু কিবা তেনে জাতীয় আনন্দৰ প্ৰকাশ নেকি? ধৰি

ল'লো সেয়া নহয়। তেনেহ'লে বন্ধৰ এলেকাত এবাৰ নোৱৰা কাৰণত চলাবলগা হোৱা ব্যক্তিগত যান-বাহনত অগ্নি সংযোগ, শিলাবৃষ্টি আদি? যুদ্ধখন হ'ব লাগে চৰকাৰ বাহাদুৰৰ লগত। বন্ধৰ সময়ত ক'ৰবাত দুই-এখন বাহন চলিলেও বন্ধ সদায় (অসমত) সৰ্বাত্মক (?) হয়েই। তেনেহ'লে উপায়হীন হৈ যাত্ৰা কৰিবলগা দুই-এখন জনতাৰ ব্যক্তিগত বাহন বা সৰ্বসাধাৰণৰ বাবে চলা দুই-এখন বাহত অগ্নিসংযোগ কৰি বা শিলাবৃষ্টি কৰি কৰোঁতাসকলে লাভ কৰা আনন্দ আসুৰিক আনন্দ নহৈ আৰু কি? কোনোবা নেতাৰ ভাষণত কোৱা শুনো— 'আমি এইবোৰৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিব লাগিব', ইত্যাদি ইত্যাদি। পিছে আমি ভাবোঁ, শিক্ষাৰ প্ৰসাৰ, কঠোৰ অনুশীলন আৰু তৎকালিন দৃষ্টান্তমূলক শাস্তিৰ ব্যৱস্থাও আইন ব্যৱস্থাত থকা দৰকাৰ। নহ'লে কাৰোবাৰ আসুৰিক তৃপ্তিৰ বাবে আপোনাৰ-মোৰ ধুনীয়া পৃথিৱীখনৰ ফুলি থকা উজ্জ্বল হালধীয়া ফুলবোৰ কোনোবাই ছিঙিয়ে থাকিব।

পূৰ্বপ্ৰকাশ ঃ সাতসৰী, ১-১৫ ডিচেম্বৰ/২০০৭

# ২৯।

## নৃশংস খবৰৰ নিচা

ৰাতিপুৱা শুই উঠাৰ পাছতে জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে সৰহ সংখ্যক মানুহকে তিনিটা বস্তুৰ প্ৰয়োজন হয়। অকণমান টুথপেষ্টসহ ব্ৰাছডাল, মন পচন্দৰ ধোঁৱা বলি থকা একাপ গৰম চাহ আৰু পুৱাৰ বাতৰি কাকতখন। ইলেকট্ৰ'নিক মাধ্যমৰ প্ৰবল আধিপত্যৰ পিছতো আজিও কমা নাই বাতৰি কাকতৰ চাহিদা। আহিবলগা দিনটোৰ প্ৰচুৰ ব্যস্ততাৰ কথা মনত থাকিলেও, খৰধৰকৈ হ'লেও অন্ততঃ হেডলাইনকেইটাত চকু নুফুৰোৱাকৈ দিনটো আৰম্ভ কৰিবলৈ মন নাযায়। বিশেষ বন্ধৰ বাবে কাকত প্ৰকাশ নোহোৱাৰ দিনা খেনোৱে বিচাৰি ফুৰে আগদিনা খৰধৰকৈ পঢ়ি থৈ যোৱা কাকতখন অথবা নপঢ়াকৈ থৈ যোৱা দৈনিক বা সাপ্তাহিকখনৰ নিৰ্দিষ্ট প্ৰবন্ধটো। অৱসৰপ্ৰাপ্তসকলৰতো কথাই নাই, সংসাৰৰ তীব্ৰ প্ৰত্যাহ্বানৰ তাগিদাত দৌৰি থকা পো-বোৱাৰীৰ সংগৰ অভাৱ পূৰণৰ একমাত্ৰ আহিলাই হ'ল দৈনিক কাকতখন। প্ৰথম পৃষ্ঠাৰ শীৰ্ষত থকা বিজ্ঞাপনৰ পৰা শেষ পৃষ্ঠাৰ অমুকৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিতলৈকে পঢ়ি দিনটো পাৰ কৰে এইসকল 'নিঃসংগ' মানুহে।

অসম আন্দোলন নামেৰে খ্যাত বিদেশী বহিষ্কৰণ আন্দোলনৰ আগলৈকে অসমত সীমিত আছিল বাতৰি কাকতৰ প্ৰচলন। উজনিৰ পৰা কেৱল দৈনিক জনমভূমি আৰু গুৱাহাটীৰ পৰা বহুলভাৱে প্ৰচাৰিত কাকত আছিল 'দৈনিক অসম' আৰু 'আসাম ট্ৰিবিউন'। গুৱাহাটীৰ বাতৰি কাকত উজনি অসম পাওঁতে সন্ধিয়া হৈছিল। পিছে আজিকালি যুগ সলনি হ'ল। ছেটেলাইটৰ মাধ্যমেৰে একেখন কাকতৰে গুৱাহাটী, ডিব্ৰুগড়, যোৰহাট অথবা তেজপুৰ সংখ্যা একে সময়তে ছপা কৰিব পৰা হ'ল। একে বাতৰি একে সময়তে সকলো পাঠকৰ হাতত পৰাৰ সুবিধা হ'ল। বাঢ়ি গ'ল কাকতৰ সংখ্যা, বাঢ়ি গ'ল খবৰো। অসম আন্দোলনে অসমীয়া মানুহক বাতৰি কাকতৰ প্ৰতি আকৰ্ষিত কৰিলে আৰু আন্দোলনৰ পিছৰ পৰিবৰ্তিত ঘটনাৰাজিয়ে লাহে লাহে অসমীয়া মানুহক বাতৰিৰ প্ৰতি নিচাগ্ৰস্ত কৰিলে। কথাষাৰ সঁচা। আজিৰ সংবাদদাতাক নতুন খবৰৰ স্কুপ লাগে— উত্তেজক বাতৰিৰ শিৰোনাম লাগে। দিনটোত দহজনকৈ হ'লেও দহ বছৰত ছয়ত্ৰিশ হেজাৰজন ৰোগীক (পাৰিশ্ৰমিক লৈ বা নোলোৱাকৈ) চিকিৎসা কৰি থকা চিকিৎসকজন আজিৰ খবৰ নহয়, কেনেবাকৈ এজন ৰোগীৰ চিকিৎসাৰ (জানি-শুনি?) সামান্যতম হীনডেঢ়ি এক বিশেষ খবৰ। এনে খবৰৰ মাজত আমাৰ দৰে সাধাৰণ চামৰ বাতৰি কাকত পঢ়াৰ নিচাৰ লগত সংগোপনে, ধীৰে ধীৰে আমি নজনাকৈ মগজুত স্থায়ী হৈছে ভয়ংকৰ, নৃশংস আৰু নিচাযুক্ত খবৰ পঢ়াৰ এক সুতীব্ৰ ইচ্ছা। নিচাযুক্ত দ্ৰব্য সেৱন কৰা লোকৰ দৰে আমিবোৰ হৈ পৰিছোঁ ভয়ংকৰ, নৃশংস আৰু নিচাযুক্ত খবৰৰ প্ৰতি গভীৰভাৱে আসক্ত।

পুৱাৰ কাকতখনত আমি নিচাগ্ৰস্তৰ দৰে বিচাৰি ফুৰোঁ আদিবাসীৰ আন্দোলনৰ হৈ যোৱা নৃশংস অধ্যায়ৰ ফটোসহ কৰা অস্ত্ৰোপচাৰ, অপহৃত কোনো দুৰ্ভগীয়া বিষয়াৰ অত্যাধুনিক স্বয়ংক্ৰিয় বন্দুকৰ গুলীত উৰি যোৱা লাওখোলাৰ ছবি, কোনো উগ্ৰপন্থী সংগঠনে কাৰোবাক হত্যা কৰাৰ লোমহৰ্ষক বৰ্ণনা অথবা কোনো সেনা জোৱানৰ দ্বাৰা ধৰ্ষিতা নাৰীৰ কৌশলপূৰ্ণভাৱে লোৱা আৰু প্ৰকাশ কৰা ধৰ্ষণৰ ডিটেইলছ! এনে খবৰ নথকা দিনবোৰত খুব সোনকালে পঢ়া হৈ যায় কাকতখন— কাৰণ, আজিযে একো খবৰেই নাই! আঃ কি বিপন্ন এই সময়।

নিচাযুক্ত দ্ৰব্য সেৱন কৰা মানুহৰ মূল সমস্যা নিচাযুক্ত দ্ৰব্যৰ প্ৰতি থকা আসক্তি নহয়। সমস্যা হয় এনে দ্ৰব্যৰ প্ৰতি নিজৰ শৰীৰত নজনাকৈ সংগোপনে সৃষ্টি হোৱা প্ৰতিৰোধ ক্ষমতাহে। দৈনিক নিয়মিত ৰূপত যিকোনো নিচাযুক্ত দ্ৰব্য সেৱন কৰা ব্যক্তিৰ এনে পদাৰ্থ গ্ৰহণৰ ক্ষমতা দিনে দিনে বাঢ়ি যায় আৰু নিয়ন্ত্ৰণ হেৰুৱাই তিলে-তিলে ধ্বংস হৈ থাকে বহু সবল-সুঠাম শৰীৰ। সমগ্ৰ বিশ্ববাসীক চিন্তিত কৰি তোলা এয়া এক ভয়াবহ সমস্যা। কিন্তু নিচাযুক্ত দ্ৰব্য সেৱনৰ এই সমস্যাতকৈ ভয়াবহ, নিচাযুক্ত, নৃশংস খবৰৰ প্ৰতি সৃষ্টি হোৱা আমাৰ আসক্তি— যি সংগোপনে, তিলে-তিলে ধ্বংসৰ পথলৈ লৈ গৈ আছে আমাৰ মন।

এটা সময় আছিল, হত্যাতো দূৰৰ কথা বয়সজনিত মৃত্যুৰ খবৰেও চুবুৰীটো শোকাচ্ছন্ন কৰি ৰাখিছিল। আৰু আজি? যিকোনো মৃত্যুৰ খবৰে জোকাৰি নাযায় কাৰো হৃদয়। (সংশ্লিষ্ট দুৰ্ভগীয়া পৰিয়ালটোৰ বাদে!) এটা-দুটা হত্যাৰ নিউজ আলোচনাৰ বিষয়েই নহয়। বাতৰি কাকতত প্ৰকাশ হোৱা পাহোৱাল যুৱকৰ গুলীবিদ্ধ শৰীৰৰ ছবিয়ে শিহৰিত নকৰে কাৰো অনুভূতি। পিছদিনাই পাহৰি যাওঁ নিহতৰ নাম-ঠিকনা। আমাক আৰু বীভৎস, উত্তেজক আৰু ভয়াবহ খবৰ লাগে— অন্ততঃ দুদিন আলোচনা কৰিবলৈ। 'আজিৰ কাগজ পঢ়িলে?' 'পঢ়িলো একো নাই'। হতাশজনিত উত্তৰ। এনে 'একো নেথাকিলে' পঢ়ি পেলাওঁ কোনো ৰাজনৈতিক, অৰাজনৈতিক অথবা বিপ্লৱী সংগঠনৰ ৰক্তপ্ৰবাহ উত্তেজিত কৰিব পৰা বিবৃতি যুদ্ধ অথবা কোনোবা অৰ্থ কেলেংকাৰিৰ চৰ্বিত-চৰ্বন।

জীৱনত এটোপাল সুৰা সেৱন কৰি নোপোৱাজনৰ প্ৰথম পেগতে হোৱা অৱস্থা যিদৰে নিয়মিত ৰূপত আৰম্ভ কৰাৰ পিছত তিনি-চাৰি পেগতো নোহোৱা হয় বৰ্ধিত সহন ক্ষমতাৰ বাবে; একেদৰে শত-সহস্ৰ নৃশংস খবৰৰ দ্বাৰা নিচাগ্ৰস্ত, ঘৰৰ পাৰ চৰাই ঘৰত মাৰি খাব নোৱৰা অসমীয়া আজি নিজৰ চাৰিসীমাৰ বাহিৰত পৰি থকা মৃতদেহৰ কাষেদি পাৰ হৈ যাব পৰা হ'ল, এবাৰো উভতি নোচোৱাকৈ। তোলনী বিয়াৰ ৰভা দিবলৈ গাঁওখন উঠি অহা অসমীয়াই আজি কাষৰ ঘৰত নিশা মৰণকাতৰ চিএৰ শুনিও নিৰ্বিকাৰ হৈ থাকিব পৰা হ'ল। চুবুৰীটোত নিশা হৈ যোৱা ঘটনাৰ খবৰৰ বাবে বৈ থাকিব পৰা হ'ল পুৱাৰ কাকতখনলৈ। কিমান আচৰিতভাৱে বাঢ়ি গ'ল আমাৰ হৃদয়ৰ সহন ক্ষমতা আৰু কঠোৰ হৈ গ'ল এই হৃদয়ৰ আৱৰণ। এয়া দৈনিক সেৱন কৰা নৃশংস খবৰৰ নিচাৰ পৰা সৃষ্টি হোৱা সহন ক্ষমতা। বৰ ভয়াবহ ইয়াৰ ফলাফল। আমাৰ শৈশৱৰ দিনবোৰৰ বাতৰি কাকতৰ শিশু পৃষ্ঠাৰ সাধু বা ছবিয়ে আমাক লৈ গৈছিল সপোনপুৰীলৈ। ফুলকোঁৱৰৰ পখীঘোঁৰাত উঠি আমিবোৰ উৰি গৈছিলো ডাৱৰৰ সিপাৰৰ ধুনীয়া দেশলৈ। আৰু আজি— আপোনাৰ, মোৰ শিশু সন্তানে বাতৰি কাকতত মৃতদেহৰ ছবি দেখি সোধে— 'কোন মৰিল— আলফা নে আৰ্মী? ধৰ্ষণ আৰু উপৰ্যুপৰি ধৰ্ষণ মানে কি?' বৰ বিষন্ন এই সময়।

বৰ দুখজনকভাৱে বাঢ়ি গৈছে আমাৰ মানসিক সহন ক্ষমতা। নিচাযুক্ত পণ্য বিক্ৰেতাৰ দৰে একাংশ ব্যৱসায়ী, মিডিয়াই দিনে দিনে বঢ়াই গৈছে উত্তেজক খবৰৰ বিক্ৰীৰ বজাৰ। আৰু আমি? যিকোনো নিচাসক্ত মানুহৰ দৰে বৈ থাকোঁ প্ৰতিটো পুৱা আগনিশা টি ভিৰ পৰ্দাত দেখা ফুলকুমলীয়া শিশুৰ আৰ্তনাদৰ খবৰ, শিশুপুত্ৰ অথবা স্বামীৰ সন্মুখত পত্নী/মাতৃক কৰা অত্যাচাৰৰ ডিটেইলচ অথবা পুৰণি কোনো নৃশংস হত্যালীলাৰ আদ্যোপান্ত। তাৰ পিছত? নিৰ্বিকাৰচিত্তে ব্যস্ত হৈ যাওঁ— বজাৰ-অফিচ-চিটিবাছ।

কিয় এনে হ'ল?

নহয়নে এয়া নৃশংস খবৰৰ পৰা সৃষ্টি হোৱা ভয়াবহ সহন ক্ষমতা বৃদ্ধিৰ সমস্যা?

প্ৰতিনিয়ত সংঘটিত এনে অজস্ৰ সকৰুণ ঘটনাৰ খবৰ নিৰুদ্বেগচিত্তে পঢ়িবলৈ বিচৰা বা পঢ়িব পৰা ক্ষমতা— যিকোনো নিচাযুক্ত পদাৰ্থৰ দ্বাৰা সৃষ্টি হোৱা সহন ক্ষমতাতকৈ কম ভয়াবহ নহয়। প্ৰথমটোৱে মন আৰু দ্বিতীয়টোৱে ধ্বংস কৰে শৰীৰ!

নিচাযুক্ত দ্ৰব্যৰ প্ৰতি আসক্ত ৰোগীক উদ্ধাৰ কৰিবলৈ বিশ্বব্যাপী আছে বিভিন্ন 'ডি এডিকশ্যন চেণ্টাৰ'। কিন্তু নৃশংস খবৰৰ নিচাৰ পৰা সৃষ্ট মানসিক অৱস্থাৰ পৰা পৰিত্ৰাণৰ উপায় সৃষ্টি কৰিব লাগিব কেৱল মাত্ৰ বাতৰি কাকতেহে। আগতেই কৈ আহিছোঁ, বিভিন্ন ইলেক্‌ট্ৰ'নিক মাধ্যমৰ দপ্‌দপনিৰ মাজতো সহস্ৰ জনগণৰ মনত আজিও আছে ছপা আখৰৰ প্ৰতি অপৰিসীম শ্ৰদ্ধা। লেডী ডায়েনাৰ মৃত্যুত 'নিউয়ৰ্ক টাইমছে' শিৰোনাম দিয়াৰ দৰে (লেডী ডায়েনা কিল্ড ইন ৰ'ড এক্সিডেণ্ট) কেৱল বিনামছুলাৰ খবৰ (হয়— কেৱল খবৰ) শান্তভাৱে প্ৰকাশ কৰি থাকিলে হয়তো, লাহে লাহে ঘূৰি আহিব কেৱল খবৰৰ বাবে বাতৰি কাকতলৈ ৰৈ থকা মধুৰ সময়।

অলপতে হৈ যোৱা বেলতলাৰ ঘটনা প্ৰসংগত ৰাষ্ট্ৰীয় পৰ্যায়ৰ প্ৰিন্ট আৰু ইলেকট্ৰ'নিক মিডিয়াৰ পক্ষপাতদুষ্ট বাদামভাজিক অসমৰ মিডিয়াই সমালোচনা কৰাই নহয়, এই ঘটনাৰ বহুচৰ্চিত ছবি প্ৰকাশ নকৰি সৰহ সংখ্যক কাকতেই গভীৰ সংবেদনশীলতাৰ পৰিচয় দিলে। এই দুৰ্ভাগ্যজনক ঘটনাৰ পৰা সৃষ্টি হোৱা এনে সচেতনতা, সংবেদনশীলতা তথা খবৰ আৰু ছবি প্ৰকাশৰ ক্ষেত্ৰত ব্যৱসায়তকৈও জাতিটোৰ মান-মৰ্যাদা তথা ভৱিষ্যতৰ কথা চিন্তা কৰাৰ শুভ মানসিকতা অনাগত দিনবোৰতো আমি আশা কৰিব পাৰোনে?

এটা কথা সত্য যে আজিৰ সময়ৰ ঘটনাৰাজি বিশ বছৰৰ আগৰ ঘটনাৰ লগত নিমিলে। সংবাদ মাধ্যমে বেয়া হওক, ভাল হওক, নৃশংস হওক, শান্ত হওক, খবৰ প্ৰকাশ কৰিবই লাগিব, ছবি প্ৰকাশ কৰিবই লাগিব। কিন্তু আমাৰ লেখাটোত আমি গুলীবিদ্ধ শৰীৰৰ ৰক্তৰঞ্জিত শৰীৰৰ ৰঙীণ ফটোৰ সলনি মৃতকৰ এখন সাধাৰণ ফটো প্ৰকাশ কৰাৰ ধাৰণাৰ কথাহে ভাবিছোঁ। খবৰো হ'ল, ছবিও হ'ল।

বাতৰি প্ৰকাশ কৰা বা বাতৰি প্ৰস্তুত কৰাসকলৰ সামান্য সংযমৰ বিনিময়ত যদি সকলো হেৰুৱাই থানবান হ'ব খোজা এটা জাতিৰ মানসিক অৱক্ষয় সামান্য হ'লেও ৰোধ কৰিব পৰা যায়, এয়া সংশ্লিষ্ট সকলোৰে বাবেও নহ'বনে আনন্দৰ বতৰা!

অকল ব্যৱসায়ৰ স্বাৰ্থত, কাকতৰ প্ৰচলন বৃদ্ধি কৰাটোকেই জানো সফলতা বুলি ধৰা হয়? জাতিটোৱেই যদি থানবান হৈ যায়— সফল ব্যৱসায়ৰ ধনবিত্তবোৰ লৈ আপুনি-মইনো ক'ত শান্তিত থাকিব পাৰিম! কথাবোৰ ভাবি চাবৰ সময় হোৱা নাইনে?

পূৰ্বপ্ৰকাশ : আমাৰ অসম, ৫ ডিচেম্বৰ/২০০৭